বোধ— এই দুয়োটা দিশৰ আভাস দাঙি ধৰিব বুলি আমি আশা কৰিছোঁ। হয়তো এই পুথিত সন্নিবিষ্ট গল্পতকৈ একেজন লেখকৰে অধিক ভাল গল্প থাকিব পাৰে। অৱশ্যে ভাল বা অধিক ভালৰ বাছনি নিশ্চয় সংগ্ৰাহকৰ ৰুচিভেদে বেলেগ বেলেগ হ'বলৈ বাধ্য। ইতিমধ্যে প্ৰকাশিত কেইবাটাও অসমীয়া চুটি গল্প সংকলনৰ লগতে এই সংকলনটিয়েও এই কথা প্ৰমাণ কৰিব যে অসমীয়া চুটি গল্প পৃথিৱীৰ যি কোনো ভাষাৰ চুটি গল্পৰ লগত ফেৰ মাৰিব পৰাকৈ ভাৱ-গৌৰৱ, অৰ্থ-সম্পদ আৰু শিল্পগুণত চহকী। উৰিষ্যাৰ কোল ছোৱালীৰ অব্যক্ত প্ৰেমৰপৰা এটম বোমাই সৃষ্টি কৰা মানৱীয় সংকটৰ পটভূমিত জাপানী ছোৱালীৰ মনো-বেদনা পৰ্য্যন্ত সি বিস্তৃত ; নিৰক্ষৰ মানুহৰ সুখ-দুখৰপৰা আধুনিক নগৰ সভ্যতাত প্ৰতিপালিত মানুহৰ হৃদয়-যন্ত্ৰণালৈকে জীৱনৰ বিচিত্ৰ দিশ ইয়াৰ মাজত বিস্তৃত।

ঘাইকৈ স্নাতক আৰু স্নাতকোত্তৰ শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীৰ বাবে যুগুত কৰা পুথিখনিয়ে সাধাৰণ পঢ়ুৱৈৰপৰাও সমাদৰ পাব বুলি আমি আশা কৰিছোঁ। এনে এখন পুথি সম্পাদনা কৰিবলৈ দায়িত্ব দিয়াৰ বাবে সংশ্লিষ্ট বিভাগৰ প্ৰতি আমাৰ কৃতজ্ঞতা জনোৱাৰ লগতে সম্পাদনাত ৰোৱা ক্ৰুটি-বিচ্যুতিৰ দায় মূৰ পাতি লৈছোঁ। পৰৱৰ্তী সংস্কৰণ যাতে নিখুঁত আৰু নিয়াৰিকৈ সম্পাদনা কৰিব পাৰি, তাৰবাবে শিক্ষক, ছাত্ৰ আৰু পঢ়ুৱৈসকলৰ দিহা-পৰামৰ্শ পাবলৈ আমি আগ্ৰহেৰে বাট চালোঁ।

বুদ্ধ পূৰ্ণিমা,
১৮৯৬ শক
ডিব্ৰুগড় বিশ্ববিদ্যালয়

নগেন শইকীয়া
অধ্যাপক,
অসমীয়া বিভাগ

# কন্যা

## লক্ষ্মীনাথ বেজবৰুৱা

কাৰ্য্যগতিকে কিছুদিনৰ নিমিত্তে মোৰ প্ৰবাস ঘটিল। প্ৰবাস নুবুলি বনবাস বোলাই যুগুত। বাসস্থানৰ চাৰিউফালে প্ৰকাণ্ড গছ, পৰ্বত আৰু এওঁৰ বৰণীয়া কোমল ক্ষুদ্ৰ ক্ষুদ্ৰ ঘৰ। ঘৰ বোলাত তোমাৰ-আমাৰ ঘৰ বুলি নাভাবিবা। জুপুৰি বা পঁজা। সিও অসমৰ দুখীয়া মানুহৰ বা মগনীয়াৰ জুপুৰিৰ নিচিনা বুলি ভাবিলে ভুল হ'ব। গছৰ ঠেঙুলি গোটা-চেৰেক দি চাৰিহাতমান দীঘল দুখন চালৰ নিচিনা কৰি, তাৰ ওপৰত এসোপা ঘাঁহ ছটিয়াই দিয়া, বেৰ নিদিয়া; দুই পানীপাছকে মাটিত লগাই দি বেৰৰ কাম কৰোৱা; মুধেদি বাটৰ ব্যৱস্থা কৰা। দেখিবা গিৰীয়েক, ঘৈণীয়েক, পুতেক, বোৱাৰীয়েক, ল'ৰা-ছোৱালীৰে সৈতে এটা পৰিয়াল বাস কৰিব পৰা এটা কোল জুপুৰি তুমি সাজি পেলালা।

আমাৰ ঘৰৰ কাষেদি এখন সৰু পৰ্বতীয়া নৈ ৰু-ৰুৱাই শিলৰ মাজেদি বৈ গৈছে। নৈখনৰ নাম কন্যা। সোৱাদ নামটি। হয় কোনোবা কবিয়ে এই নামটি ৰাখিছিল, নহয়, নৈয়েই আপোন গুণেৰে সৰ্বসাধাৰণ অকবিৰ হৃদয়ত কবিতা লহৰি তুলি দি বলেৰে এই প্ৰাপ্য নামটি ল'লে। কন্যাৰ গৰ্ভত ডাঙৰ-সৰু নানাবিধ শিল আছে। এই শিলবিলাকত পানী পৰি দিনে-ৰাতিয়ে অবিশ্ৰাম ৰু-ৰুৰনি উঠি থাকে। প্ৰায় আদ মাইল বাটৰপৰা কান্দোনৰ নিচিনা সেই বিষাদসূচক ৰু-ৰুৰনি কাণত পৰে। শুনিলে মন ব'ৰাগী হৈ কৰবালৈ গুচি যাব খোজে। দুই পাৰৰ প্ৰকাণ্ড কোনোবা কলিশ-যুগীয়া দুশাৰী গছে নৈখন সাৱটি মাৰি ধৰি, সেই কান্দোন শুনি

সহানুভূতি প্ৰকাশ কৰিব লাগিব
সমবেদনাজ্ঞাপক টোপালেৰে সেই শোকত সহানুভূতি প্ৰকাশ কৰিব লাগিব,
যেন লাগে। বিশ্বনিয়ন্তাৰ ৰাজ্যত এই মৰ্মভেদী শোক আৰু হৃদয়স্পৰ্শী
সহানুভূতিৰ তাৎপৰ্য্য কি আমি কি বুজিম? কিন্তু এনে নিভাজ সহানুভূতি
য'ত পোৱা যায় তাত কান্দিও সুখ আছে। পুৰা-গধূলিৰ আহঁৰি কাল্টো
মই কন্যাৰ পানত কটাওঁ। বৰ ভাল লাগে। ঘাইকৈ তাত মোৰ দুটা
সকাম। প্ৰথম, বগা. বগা, ক'লা, হালধীয়া ইত্যাদি নানা ৰঙৰ বৰণীয়া
শিলগুটি গোটোৱা। দ্বিতীয়, পাৰৰ গছ এজোপাৰ শিপাতে অকলশৰীয়া
হৈ বহি কন্যাৰ সেই কান্দোন শুনা। ইমান দিনৰ পিছত আজিও সেই
দুটা কাম আৰু সেই কন্যাৰ পাৰলৈ মনত পৰিলে বুকুখন হমহমাই উঠে।

একো একো দিনা মোৰ উল্লিখিত দুই কাৰ্য্যত এজন বন্ধুৱে যোগ
দিয়ে। বন্ধুৰৰ কিছু সাংসাৰিক আৰু ৰঙীয়াল বিধৰ মানুহ। অৰ্থাৎ
এই পৃথিৱীত খাইলৈ মানুহমুৱা হৈ থাকিবলৈ হ'লে যেনে হোৱা আৱ-
শ্যক, তেনে। কবিতাৰ কেন খাই গোটেই জীৱনটো উস্-উস্, আস্-
আস্ কৰি ফুৰা বিধৰ লোক নহয়। কাৰবাক কবিত্ব কৰা দেখিলে
দুটা-এটা ধেমেলীয়া কথা প্ৰয়োগ কৰি হাস্যৰসৰ অৱতাৰণা নকৰি তেওঁ
নাথাকে। কোনো এজোপা গছৰ সৌন্দৰ্য্য দেখুৱাই কোনো কথা তেওঁৰ
আগত ক'লে, তেওঁ উত্তৰত সেই জোপা গছ দীঘলে কেই হাত, বেৰে
কেই হাত আৰু কাটিলে তাত কেইটা খুটা, কেইটা চতি হ'ব আৰু
তাৰ মূল্য কিমান হ'ব। এনেবিলাক হিচাপ কৰি কাব্যৰস দহাকাজ
সোপাকে কৰি থয়। ক'লা শিলগুটি এটা বুটলি আনি "এইটি কেনে
সুন্দৰ চোৱাঁ" বুলি তেওঁক দেখুৱালে, সেইটো ভাঙি গলালে শতকৰা
কিমান তাত লো বা আন ধাতু ওলাব তাৰ তেওঁ লেখ কৰি কথাৰ
ওৰ পেলাই দিয়ে। এদিন এটা বঢ়িয়া চিকচিকীয়া ক'লা শিলগুটি
আনি তেওঁক দেখুৱাই সুধিলোঁ "কেনেকৈ এনে দেখিবলৈ চিকুণ ক'লা
শিলগুটি হয়?" তেওঁ উত্তৰ দিলে, "এই যে কেতোৰ ক'লা মানুহবোৰ
দেখিছা, ইহঁত মৰিলে ইহঁতৰ হাড় আৰু মঙহবোৰ ভাগি-ছিগি এই
শিলগুটিবিলাক হয়।" মই শিলগুটি বিচাৰি বুটলি ফুৰোঁ তেৱোঁ

মোৰ লগে লগে বিচাৰি ফুৰে ; কিন্তু কিয়, তেওঁৰ উদ্দেশ্য বেলেগ, তেওঁ শিলগুটি বিচৰা নাই, ক'ৰবাত হীৰা বা আন বহুমূলীয়া শিল পায় বুলিহে বিচাৰিছে ।

যিডাল গছৰ শিপাত বহি মই দ্বিতীয়টি কাম কৰোঁ, তাৰ দহ বেওমান আঁতৰতে এটা ঘুলিত এটা কুৰিবছৰমান বয়সীয়া ডেকা কোল ল'ৰাই আহি নিতৌ আবেলিপৰৰপৰা গধূলিলৈকে বৰশী বায় । সি নিতৌ বৰশী বায় ; কিন্তু মই এদিনো তাক এটাও মাছ ধৰা নেদেখিলোঁ । নৈত যে মাছ নাই এনে নহয় বা বৰশীত খোটা সিহঁতৰ অভ্যাস নাই এনেও নহয় । লোকৰ ল'ৰাই বৰশী বাই সেই নৈৰে মাছ জোকাজোকে লৈ গৈ তিনিতেলনি মাৰি খায় । আচল কথা, আমাৰ ল'ৰাই বৰশী থয় পানীত, আৰু চকু থয় নৈৰ সিপাৰত । মাছে নিজৰ অৱসৰ মতে আহি বৰশীত খুটিয়ায়, পুঙা টনাটনি ব্যায়াম বা পৰিশ্ৰম কৰে, শেষত আকণ্ঠ পৰিপূৰ্ণ কৰি টোপ খাই ভোক গুচাই ঘৰাঘৰি গুচি যায় । বৰশী বাওঁতাৰ ভুৰেই নাই । বৰশীৰ গৰাকীয়ে কেৱল নৈৰ সিপাৰত চকু থৈ কোনোবা সপোনপুৰীত ঘূৰি ফুৰে ।

সমুখতে সিপাৰে পানী নিয়া ঘাট । এজনী গাভৰু কৃষ্ণবৰ্ণ কোল ছোৱালী নিতৌ অকলৈ সেই সময়তে কাষত কলহ লৈ পানী নিবলৈ আহে । এই ক'লা চুম্বক ডোখৰেই আমাৰ ক'লা লো কোল ডেকাৰ চকু দুটা সিপাৰলৈ টানি নি ধৰি ৰাখে । কোল সুন্দৰী পানী নিবলৈ আহে আবেলিতে, কিন্তু সন্ধ্যা লাগি ভাগি যায়, তথাপি তাইৰ কলহ ধোৱাই নহয় । তাইৰ মাটিৰ কলহটোৰে সৈতেনো মলিৰ কিয় ইমানটো ডাঠ প্ৰণয় ক'ব নোৱাৰোঁ । তাই ঘঁহি-পিহি, ধুই-পখালি দেখোন কোনোমতেই কলহৰপৰা মলিৰ কামোৰ এৰাব নোৱাৰে ।

সি যি হওক, এই মাছ ধৰোঁতা আৰু পানী কঢ়িয়াওঁতা দুজনৰ ভিতৰত এষাৰ কথাও কেতিয়াও সাল-সলন হোৱা নেদেখিলোঁ । দেখাৰ ভিতৰত মাত্ৰ এইফেৰাহে— ইফালে ইটোৱে হাতত বৰশীৰ ডাঁড়ি লৈ চৰগ পৰা মানুহটো যেন চকু থিৰকৈ থাকে, সিফালে সিজনীয়ে

বালি ঘঁহি ঘনে ঘনে কলহটো ধুই কেঁৰা-কেঁৰিকৈ ইয়াৰফালে চাই কাল কটায়।

এনেৰূপে কিছুদিন গ'ল। এই লীলা দিনৌ হয়। কন্যাৰ পাৰলৈ যোৱা মোৰ সকামৰ তালিকাত এই লীলা দৰ্শন কাৰ্য্যটিও তৃতীয় স্থান-ভুক্ত হ'ল।

এদিন আমি তিনিও নিজ নিজ নিত্য কাৰ্য্যত নিমগ্ন আছোঁ, এনেতে দেখোন হঠাৎ কোল ডেকাই ভয়ানক উচপ খাই, বৰশীৰ ডাঁড়ি হাতৰ-পৰা পেলাই জপং কৰে সেই ঘুলিত পৰিল। মই তাৰ একো অৰ্থ বুজিব নোৱাৰি এক মুহূৰ্তমান চাই আছোঁ, দেখিলোঁ, সি ঢোকাঢোকে পানী খাই বুৰ মাৰিব লগা হৈছে! লৰ মাৰি গৈ কাপোৰে-কানিয়ে একেজাপেই পানীত পৰিলোঁ; কিন্তু মই লৰি গৈ পানীত পৰোঁমানে সি তলেই গ'ল। দুই মিনিটমানৰ মূৰত তাক বিচাৰি পাই জোটোৰ-পোটোৰকৈ অতি কষ্টে বামলৈ তুলিলোঁ। উভতি চাই দেখোঁ, চাৰি-পাঁচোটা মানুহ মোক সেই কাৰ্য্যত সহায় কৰিবলৈ লৰি আহিছে। অলপমান পৰৰ মূৰতে ভালেমান মানুহ আহি সেই ঠাইত গোট খালে আৰু লৰি-ঢাপৰি কান্দি-কাটি তাৰ মাক-বাপেক ওলালহি। এখন হুৱা-দুৱা কোঁহাল লাগি পৰিল।

কিন্তু কি শোকৰ কথা! সকলোৱে নানাপ্ৰকাৰ চেষ্টা কৰিও তাৰ ধাতু আনিব নোৱাৰিলে। তাৰ শৰীৰ-সজাৰপৰা প্ৰাণপক্ষী উৰি পলাল!

কিন্তু সি হঠাৎ এনে উচপ খাই পানীত কিয় পৰিল, এই কথাৰ গুৰি বিচাৰি দেখা গ'ল যে, সি পাৰৰ যিখিনিতে দিনৌ বহি বৰশী বায়, সেইখিনিতে এটা ভয়ানক অজগৰ সাপ মাটিত পোত খাই আছে। সাপটোৰ গাৰ ওপৰত মাটি পৰি বন গজিছে। সি নিতৌ সেই সাপৰ ওপৰত বহি বৰশী বাইছিল, তেওঁ সাপ বুলি নাজানে। সেইদিনা সাপে অলপ লৰচৰ কৰিছিল; সি এইটো কি বুলি বৰ ভয় খাই পানীত পৰিল।

গাঁৱৰ ভালেমান মানুহ আহি মাটি খানি খুটি পুতি কুঠাৰেৰে কাটি সাপটো মাৰিলে। জুখি দেখা গ'ল, দীঘলে বাৰহাত, বেৰে

আঠৈহাত। সেই দিনাৰপৰা কন্যাৰ পাবৰ লীলা শেষ হ'ল। ভয়তেই হওক কি বেজাৰতেই হওক আৰু সেইফালে মই মুখ নকৰা হ'লোঁ।

এই ঘটনাৰ তিনিদিনৰ পিছত পুৰাই পানী আনিবলৈ নৈলৈ যোৱা মোৰ লগুৰা ল'ৰাটো উধাতু খাই লৰি আহি মোক মাতিলে, "দেউতা! দেউতা!" "তামোলৰ চিকুণ গুৰা, টোপনিৰ চিকুন পুৰা", কোৱা আগৰ-কলীয়া সেই বুঢ়া লোকজনক পেটে পেটে নথৈ শলাগি সুখেৰে দকৰ্চি শুই আছোঁ। "দেউতা! দেউতা" কৈ পুৰাই মোৰ টোপনি ভঙাবাবে কঠালগুটিয়া লগুৰা ল'ৰাটোক মই ভেকাহি মাৰি দিলোঁ; "কি হেকেউতা হেকেউতা কৰিবলৈ লাগিলিহি তই ৰাতিপুৱাই দিনটোলৈ, গুচ ইয়াৰপৰা, মুখ ভাঙিম ধৰি।" সি ক'লে "দেউতা, আহকচোন চাওকহি সেই ঘুলিতে কিবা এটা ওপঙি আছে।" মই লৰালৰিকৈ উঠি চাবলৈ গৈ মানুহৰ শ যেন দেখি তোলাই অনালোঁ। দেখোন, নৈৰ সিপাৰে নিতৌ পানী নিবলৈ অহা সেই কোল ছোৱালীজনী !!!

# আখোণী বাই

বীণা বৰুৱা

“কোন অ’ ভুবন? শাকনিবাৰীৰ জপনা কোনে মেলিছে?” এই-
বুলি হাতৰপৰা চাহদানীটো নমাই থৈ উকিলনীয়ে পুৱা চাহখোলাৰপৰা উঠি আহি শাকনিবাৰীৰ পিনে ভুমুকি মাৰি আকৌ চিঞৰি উঠিল— “এৰা কোন হ’ব আৰু? এই বুঢ়ীজনীৰপৰা বাৰীত শাক-পাচলি এডালো কৰি খাব নোৱৰা হ’ল। ৰাতিপুৱাই বাৰীখন পিট্‌পিটাবলৈ সোমালহি। যা অ’ ভুবন, বুঢ়ীক বাৰীৰপৰা ওলাই আহিবলৈ কগৈ।” লগুৱা ল’ৰাটোক কাৰ্য্যভাৰ গতাই দি উকিলনী পুনৰ চাহখোলাত সোমালগৈ।

ৰাতিপুৱা শুই উঠিয়েই ল’ৰা-ছোৱালীকেইটাই পেন্‌পেনাবলৈ ধৰিছে। উকিলনীয়ে লৰালৰিকৈ কেইটামান ঘিলাপিঠা ভাজি আটাই-কেইটাকে ভগাই দিছে। জাঁজ মৰা কিন্তু অসম্ভৱ। মইনীয়ে মাখনীৰ পিঠা এডোখৰ টান মাৰি নি নিজৰ মুখত ভৰাইছেগৈ। মাখনীৰ লাগিল ওফোন্দ, আটাইবিলাক পিঠা দিছে দলিয়াই। ভাইটিয়ে উচুপিব লাগিছে তাৰ ভাগত পৰিল পাঁচটা পিঠাহে। ল’ৰা-ছোৱালীহঁতৰ আমনিত উকিলনীৰ খঙে মূৰৰ আগ পাইছেগৈ, এই অবুজন লৰা-ছোৱালীজাক লৈ ক’ত মৰিবগৈ! দেউতাকৰো যদি অলপ এইফালে মনকাণ হ’লহেঁতেন! লাই দি দিয়েই ল’ৰা-ছোৱালীকেইটাক গুচাব। উকিলনীয়ে হুঁকিয়াই উঠিল— “মৰতীহঁত! নেখাৱনো কিয়? ফলা বাঁহখৰিৰ মাৰ শোধাব লাগে হ’বলা? বুঢ়ীজনী পাবহি এতিয়াই, লৰালৰিকৈ খাই থ। সেইজনীয়ে দেখিব লাগিলে পেট চেবেলীয়াই মৰিবিহঁক।”

ইমানপৰ উচুপি থকা ভাইটিয়ে ঘপৰাই মাত লগালে— "মোক আৰু এটা দে আই।"

ভাইটিৰ কথা শেষ নৌহওঁতেই মাখনীয়ে আঁতৰাই থোৱা বাটিটো চপাই আনি মাকৰ আগলৈ আগবঢ়াই কান্দোনৰ সুৰে ক'লে — "মোৰ ভাগৰ এটা মইনীয়ে খাইছে— মোক এটা দিব লাগিব।"

মাকে চিঞৰি উঠিল— "এই ৰাক্ষসীজনীৰ লোকৰ পাতৰ নুবুটলিলে পেটকে নভৰে। ডাঙৰ হৈছে মানে থকুটো বাঢ়িহে আহিছে।"

মাকৰ গালি খাই মইনীয়ে পেন্‌পেনালে— "অকনমান চোওঁতেই তাইৰ ভাগৰ পিঠা খোৱা হ'ল।" লগে লগে মুখ ওফোন্দাই বান্ধনি ঘৰৰপৰা মইনী ওলাই গ'ল। কথা অলপ গুৰুতৰ দেখি মাখনী আৰু ভাইটিয়ে মচ্ মচ্‌কৈ নিজৰ ভাগৰ পিঠা চোবাবলৈ ধৰিলে। ইতিমধ্যে ভূবনে নাদৰ পাৰৰপৰা বাহী কাঁহী-বাটী ধুই ভিতৰ সুমুৱালেহি।

—"কি অ' ভূবন, বুঢ়ীয়েনো বাৰীত কি বিচাৰিছিল? ওলাই আহিলনে নাই।"

— "কি বিচাৰিব আৰু, তলসৰা পকা তামোলগাল বান্ধি লৈছেগৈ? মই সোধোঁতে আকৌ তামোল সৰাই নাই বুলি কৈছে।"

— "এনে মিছলীয়া বুঢ়ী! বুঢ়ীৰ এই চুৰ স্বভাৱটো কেতিয়া যাব? নিজে ইপিনে খাবই নোৱাৰে, তথাপি সামৰিবলৈ নেৰে।"

উকিলনীৰ কথাৰ লগে লগে বুঢ়ী আহি চাহখোলাৰ কাষ পালেহি। ডুখৰি পীৰা এখন টানি লৈ বহি বুঢ়ীয়ে মাত লগালে—"দে আই দে চাহ-পানী এটোপাকে খাই যাওঁ। আজি দুদিন আহোঁ বুলিও আহিব পৰা নাই।"

উকিলনীয়ে লৰালৰিকৈ জুইৰ ওপৰৰপৰা পিঠাভজা কেৰাহিখন নমাইছিল। বুঢ়ীৰ কথালৈ বিশেষ কাণ দিয়া নাছিল। খোলাখন নমায়ে বুঢ়ীক চৌকাৰ কাষচাপি বহা দেখি চকুহাল ঘোপাকৈ ধৰি উকিলনীয়ে জেঙেৰা মাৰি ক'লে— "অলপমান আঁতৰি বহিব নোৱাৰেনে? গোটেই ব্ৰহ্মাণ্ড ভ্ৰমি অহা গাৰেই তেনেই আখলৰ ওচৰ পাইছাহি!"

বুঢ়ীয়ে গাত কথাষাৰ নলগা ভাবেৰেই পীৰাখন আঁতৰাই উত্তৰ দিলৈ— "ক'বনো ব্ৰহ্মাণ্ডত ভ্ৰমিবি আই, গাটো তিয়ায়ে চাহপানী এটোকৰ

আশাতে তহুঁতৰ এইখিনিলৈকে লৰি আহিছোঁ। দে আই, পানী এটোপা দে; কালি ৰাতিয়ো একোকে খোৱা নাই। নাজিৰৰ মাকক খুজি আঠিয়া কল একাখি নিছিলোঁ, তাৰেই দুটামান খাই ৰাতি পৰি থাকিলোঁ। যিহে কল, গোটেইবোৰ তেনেই গুটিহে।" বুঢ়ীয়ে নিজৰ মনেৰেই কথা-বিলাক কৈ গৈছিল; উকিলনীৰ তালৈ কাণ দিবৰ অৱসৰ নাই। তপত পানীৰে সৈতে মিহলাই উকিলনীয়ে বুঢ়ীক এবাটি চাহ আৰু কেইটামান আধাভজা পিঠা যাচিলে। বুঢ়ীয়ে পিঠাকেইটা ওচৰতে পৰি থকা তুলাপাত এখনেৰে মেৰিয়াই ল'লে। বুঢ়ীৰ কাৰ্য্যই উকিলনীৰ চোকাদৃষ্টিৰ লক্ষ্য এৰা টান হ'ল। "সেইকেইটানো আকৌ কালৈ টোপোলা বান্ধিলা?"

বুঢ়ীয়ে হুমুনিয়াহ কাঢ়ি ক'লে — "এ আই, কালৈনো বান্ধিম? সেই লেঙেৰীজনী আছে নহয়! তাই আকৌ ঘৰৰপৰা ওলাওঁতেই কৈ পঠিয়াইছে।"

উকিলনীৰ হিয়া কুমলিল। একাজিৰপৰা পিঠাকেইটামান লগাই বুঢ়ীৰ হাতত দি ক'লে, —"বাৰু লোৱাঁ, এইকেইটাকে লেঙেৰীলৈ লৈ যোৱাঁ। তোমাৰ ভাগটো ইয়াতে খাই যোৱাঁ, ঘৰলৈ নিলে নাতিনীয়েৰাই নেকা-নেফ্ কৰিব।" কথাষাৰ কৈ উকিলনী বাজ ওলাই গ'ল। বুঢ়ীয়ে এটা মুখত দি ইফালে-সিফালে চাই বাকীকেইটা আকৌ টোপোলাত বান্ধিলে। ওচৰতে বহি পিঠা চোবাই থকা ভুবনে বুঢ়ীৰ কাণ্ড দেখি খেল্ খেল্ কৰি হাঁহিলে।

বুঢ়ীয়ে নিজৰ অসতৰ্কতাত লাজ পাই ক'লে— "বৰ টান, চোবাবই নোৱাৰি।" তাৰ পিছত চাহৰ বাটিটোত সোহা মাৰি মুখখন বেঁকেটাই ভুবনৰ পিনে চাই লাহেকৈ ক'লে—"চাহপানীটোপাও তেনেই সেৰেকা, সাদ-সোৱাদ বুলিবলৈ অকণো নাই।" ৰাতিপুৱাৰ জীৱনডোখৰ এনেকৈয়ে গ'ল।

নতুন চহৰ। মানুহৰ সংখ্যা নিচেই কম। চহৰৰ মাজত আঘোণী বুঢ়ীৰ নিচিনা চিবোতা নাই বুলিলেই হয়। ল'ৰাৰপৰা বুঢ়ালৈকে সকলোৰে আঘোণী বুঢ়ী চিৰপৰিচিত। ঘৰুৱা কথাৰ আঘোণী বুঢ়ী জীৱন্ত 'গেজেট'। কোন ঘৰত কাৰ বেমাৰ হৈছে, কাৰ ঘৰত কোন আলহী আহিছে,

কাৰ ঘৰত কেতিয়া আইনাম, বৰসবাহ— সকলোৰে ভু-ভা বুঢ়ীয়ে নোলো-ৱাকৈ নাথাকে। চিৰস্তাদাৰৰ ন-বোৱাৰীৰ কথা-বতৰা, দিয়া-থোৱাত কেনে, হাজৰিকাৰ বৰজোঁৱায়েকৰ কেনে ফিটাহি— সেই সকলোৰে বৰ্ণনা তাঁৰ নলগাকৈ বুঢ়ীয়ে দিব। মহাপেচৰ বাৰীৰ বৰথেকেৰাজোপা এইবাৰ কেনেকৈ ডাল ভৰি লাগিছে, ফুকনৰ ঔটেঙাজোপাত সদায়ে মানুহে কেনেকৈ হাঁকুটি লগাই থাকে, গোঁসাই বাৰীৰ বেলজোপা গৰখীয়া ল'ৰাই ফৰ্মুটিয়াই কেনেকৈ শেষ কৰিলে, বৰুৱাৰ ঘৰৰ লেচুজোপাত জালেৰে আৱৰি ল'ৰাকেইটাই কেনেকৈ পকা লেচুবোৰ বাদুলিৰ মুখৰপৰা ৰাখি আছে, কাৰ বাৰীত এইবাৰ কি কি শাক-পাচলি হৈছে তাৰ বাতৰি বুঢ়ীৰ মুখত। বুঢ়ীৰ কাম দিনৰ দিনটো টলৌ টলৌকৈ ঘৰে ঘৰে ঘূৰি ফুৰা। প্ৰয়োজন হ'লে মাজে-সময়ে বুঢ়ীয়ে লোকক সহায় কৰিবলৈকো নেৰে। কাৰোবাৰ ঘৰত কেতিয়াবা চিৰাকে এদোন খুন্দি দিছে, কাৰোবাৰ আকৌ চাউলৰ মলখুন্দকেইটাকে মাৰি দি আহিছে। ক্ষীণ শক্তিৰে যি পাৰে তাকে কৰিবলৈ কেতিয়াও বুঢ়ীয়ে পাছ হোহোঁকা নামাৰে। চহৰৰ কেইবাঘৰবো বোৱাৰী-জীয়াৰীৰ বুঢ়ী আছিল সোঁহাত। চিৰস্তাদাৰৰ ন-বোৱাৰীৰ কচুশাক খাবৰ মন গ'ল, বৰুৱানীক ঢেঁকীয়া শাক লাগে, ফুকননীয়ে তিতা খাবলৈ বিচাৰিও শোকোতা এমুঠিৰ অভাৱত ইমান দিনে খাব পৰা নাই, গোঁসাইৰ ছোৱালীজনীয়ে পচলা খাওঁ খাওঁ বুলি কাৰো হতুৱাই আঠিয়াকলৰ পুলি এটাও আনিব পৰা নাই— এওঁলোক সকলোৰে আশা পূৰণৰ ঘাই থল হ'ল আঘোণী বাই। আঘোণী বাইক কথাবাৰ কাণ-ছোৱাৰহে লাগে পিছদিনাই বস্তু আনি হাজিৰ। আৰ ঘৰৰ বস্তু আনি তাৰ ঘৰত যোগান দিয়াত বুঢ়ী সিদ্ধহস্ত। হাত-লৰ বুলি বুঢ়ীৰ কুখ্যাতি আছে। বুঢ়ীয়ে কিন্তু সেই-বোৰ শুনিও নুশুনাৰ ভাও ধৰে। লাজ-অপমান, গালি-শপনীয়ে বুঢ়ীক টলাব নোৱাৰে। ইয়াৰ মাত্ৰা সৰহ হ'লে বুঢ়ীয়ে 'কাণ গধুৰ একো শুনা নাই' বুলি লৰালৰিকৈ আঁতৰি যায়। বৰুৱাৰ ঘৰৰ লেচুজোপাৰপৰা মনে মনে লেচুকেইটামান পাৰি বুঢ়ীয়ে টোপোলাত বান্ধিছে। বৰুৱাৰ ল'ৰাটোৱে আহি বুঢ়ীক চুৰুণী বুলি গালি পাৰিছেহি। বুঢ়ীয়ে "জানো

বোপাই কি কৰ ?" বুলি লবালৰিকৈ আঁতৰি ফুকনৰ ঘৰ ওলালগৈ। বান্ধনি ফুকনৰ ল'ৰাটোৰ আগত বুঢ়ীয়ে লেচুকেইটা মেলি দিলেগৈ। বান্ধনি ঘৰৰ ধোঁৱাৰ মাজৰপৰা ওলাই আহি ফুকননীয়ে ল'ৰাৰ মুখত লেচু দেখি কোনে সেইবোৰ দিছে বুলি প্ৰশ্ন কৰিছে। প্ৰশ্নৰ উত্তৰত বুঢ়ীৰ ফালে চাই খঙেৰে কৈছে— "ছেঃ তোমাক'নো এইবোৰ আনিবলৈ কোনে কৈছিল ? কলি লেচুবিলাক খুৱাই ল'ৰাটোক মাৰিব খুজিছানে ?"

—"ইস এতিয়াও বালক, কলি হৈয়ে আছেনে ? লোকে ইফালে খাই অন্ত কৰিলেই।"

বুঢ়ীৰ কথাত ফুকননীৰ খং দুগুণে চৰিলহে,— "বাৰু লোকে খাই অন্ত কৰক, মোৰ ল'ৰাক মৰম দেখুৱাবহি নালাগে" এইবুলি ল'ৰাৰ মুখৰ-পৰা চুহি থকা লেচুটো দলিয়াই দি ফুকননী আকৌ বান্ধনি ঘৰৰ ভিতৰ সোমাল। বুঢ়ীৰ মুখত কিন্তু খং-ৰাগ একো প্ৰকাশ নাপালে। তাইৰ জীৱনটোৱেই গৈছে এনে উপেক্ষা আৰু অৱমাননাৰ মাজেদি। দুবেলা দুমুঠিৰ কাৰণে যি পৰত হাত পাতিব লাগে— তাৰ আত্মসন্মানেইবা ক'ত ? মাকৰ নিষ্ঠুৰ ব্যৱহাৰত ল'ৰাটিয়ে সেমেনা-সেমেনি কৰিলে। লেচুটোত বেচ মঙহ ধৰিছিল। বুঢ়ীয়ে ল'ৰাটিৰ দুখ বুজি সান্ত্বনা দি কৈ গ'ল— "বাৰু সোণ, ভালকৈ পকিলে মই তোলৈ লৈ আহিম। আজি-কালি আকৌ চকুৰে আগৰ নিচিনাকৈ নমনো নহয় !"

ভোগাইৰ সেইদিনা বৰ খং। ভোগাই বুঢ়ীৰ চুবুৰীয়া মানুহ। এপাল ল'ৰা-ছোৱালীৰে ঘৰখন কোনোমতে চম্ভালি আছে। নিজৰে মাটি-বাৰী, হাল-গৰু, তাৰ যত্নতে সৰু সংসাৰখন টুক্‌টাককৈ চলাইছে। ৰাইজৰ কিবা এটা লেঠাত ভোগাই সেইদিনা যাব লগাত পৰিছিল ন-নৈৰ কুমাৰ গাঁৱলৈ। সন্ধিয়া উভতি আহোঁতে কুমাৰহঁতক খুজি এটা চিলিম লৈ আহিছিল। পুৱা শুই উঠি চিলিম বিচাৰে– নতুন চিলিম নাই। ই আৰু কাৰো কাম নহয়। সন্ধিয়া বুঢ়ী এইফালে আহোঁতে হাতৰ টিপতে চিলিমটো লৈ গ'ল।

পুৱাই বুঢ়ীৰ ঘৰ খানাতালাচ। ভোগাইৰ বেঙা ল'ৰা আধানে গৈ

বুঢ়ীৰ ঘৰৰ ভিতৰত পুৰণি টেকেলি এটানপৰা চিলিমটো উলিয়াই আনিলেগৈ— বুঢ়ী আৰু নাতিনীয়েক তেতিয়া ঘৰত নাছিল।

বুঢ়ীৰনো ঘৰ বুলিবলৈ আছে কি? এটা সৰু জপৰি পঁজা। চালত আজি ভালেদিন নতুন খেৰ পৰা নাই। এইবাৰ বাৰিষা দিনকেইটা তাৰ তলত কটোৱাই টান হ'ব। অৱশ্যে গাঁওঁৱাইঁতে দুটামান খোচা মাৰি দিব বুলি আশা দিছে। মুৰকত জানো কি কৰে? বেৰৰ পিনেও তেনেই আধ্যা পৰিছে। ঠায়ে ঠায়ে লোকৰ ঘৰৰপৰা মনে মনে বুটলি অনা কেৰাচিনৰ টিনৰ ছটা, ডুখৰি পীবা আৰু কোনো ঠাইত কাগজৰ টাপলি পৰিছে। ইমানৰ ওপৰতো বুঢ়ীৰ ঘৰত এখন দুৱাৰ আছে আৰু আনু-ষংগিক অৱয়ব পূৰণ কৰিবলৈ লগোৱা আছে এটা পুৰণিকলীয়া তলা। তাৰ কাঠীটোৱে খাওঁতে-শোওঁতে সকলো সময়তে বুঢ়ীৰ কঁকালত ওলমি নাচি থাকে। ঘৰৰ কোঠালী দুটা: এটিত বন্ধা-বঢ়া কৰে আৰু আনটিত ভগা বাঁহৰ চাংখনৰ ওপৰত নাতিনীয়েকে সৈতে ৰাতি ঘুমতি মাৰে। বুঢ়ীৰ কিন্তু ঘৰৰ ভিতৰখন বস্তু-বাহানিৰে গেজেপ খাই আছে। মাটিৰ মলা চৰু, টেকেলি, সৰু-ডাঙৰ টিনৰ টেমা, নাৰিকলৰ কোৰোকা চাৰিও ফালে সিঁচৰিত হৈ আছে। চৰু, টেকেলি লোকে দলিয়াই পেলোৱা বুঢ়ীয়ে সহিব নোৱাৰে। সেইদেখিয়েই এই আশ্ৰয়হীন মাটিৰ পদাৰ্থবোৰ বুটলি আনি নিজৰ ঘৰত ঠাই দিছেহি।

বুঢ়ীৰ অতীত জীৱনৰ লগত বৰ্তমানৰ অৱশ্যে সামঞ্জস্য নাই। জীৱনৰ খট্‌খটীৰ শেষ খাপত ভৰি দি বুঢ়ীয়ে এৰি থৈ অহা খলপাবোৰ ঘূৰি চাবলৈ আজি ভয় কৰিছে। বয়সো প্ৰায় চাৰিকুৰিৰ ওচৰ চাপিছেহি— ভৰি দিয়া খাপটিতে ভালকৈ খোপনি পুতি ব'ব নোৱৰা হৈছে। এনে স্থলত পিছলে ঘূৰি চায় কেনেকৈ? বুঢ়ীৰ ভাবিবৰ সময়ৰ অৱকাশ নাই; আগবঢ়াতহে বুঢ়ী মগ্ন; কিন্তু আগবাঢ়ে কেনেকৈ? লেঙেৰী নাতিনী ছোৱালীজনীয়ে বুঢ়ীক সদায় পাছলৈ আঁজুৰিব লাগিছে।

লেঙেৰী বুঢ়ীৰ নাতিনীয়েক ছোৱালীটিৰ আন কিবা নাম আছিল যদিও বুঢ়ীমাকৰ বাহিৰে আনে নাজানে। জনমবেপৰা তাই কোঙা।

থিয় হ'ব বা খোজ কাঢ়িব নোৱাৰে। বগুৰা বাই গোটেই চহৰখন বুঢ়ীমাকৰ লগত ঘূৰি ফুৰে। মাক মৰিলেও আজি ভালেদিন হ'ল, তেতিয়াৰেপৰা বুঢ়ীমাকৰ লগতে আছেহি। আঘোণীৰ প্ৰথম সন্তান লয়নীৰ চাৰিবছৰ পূৰ নৌহওঁতেই গিৰিয়েক ঢুকাল। সেইদিনাৰ পৰাই আঘোণীৰ এক নতুন জীৱন আৰম্ভ। গাঁৱৰ সেই উলাহী আঘোণীৰ বাগ্‌চালী হাঁহিমুখ তেতিয়াৰেপৰা কোনেও নেদেখা হ'ল। কলঙৰ পৰা পানী আনিবলৈ যোৱা গাভৰুহঁতৰ চুপতা-চুপতিও কমি গ'ল। ইমান দিন যেন আঘোণীয়েই সকলোৰে মাজত প্ৰাণপকা হাঁহিৰ সঁফুৰা মেলি দিছিল।

তেতিয়াৰেপৰা কি কষ্টৰেহে যে আঘোণীৰ দিন গৈছে! গিৰিয়েক আছিল অকলশৰীয়া মানুহ। বৈ-বঙহ্ এৰিথৈ চহৰৰ কাষতে থিতাপি লাগিছিল। ইঘৰ-সিঘৰৰ লাচনি-পাচনি কৰি যি আৰ্জিছিল তাতেই বেছ স্ফুৰ্তিৰে খাই-মেলি আছিল। ভৰ ডেকাবয়স! সাচোনৰ কথা মনলৈ নাহিছিল। ডেকা বয়সতেই যদি মনৰ ইচ্ছাৰে দুই-চাৰিটা পইচা খৰচ কৰিব নোৱাৰে— তেন্তে জীৱনটোনো কেলৈ? শৰীৰত শক্তি আছে যেতিয়া ভয় কিহৰ! আন নহ'লেও দিন হাজিৰা কৰিও দুটা প্ৰাণীৰ চাউল দুকঠা উলিয়াব পাৰিব। আঘোণীৰ গিৰিয়েক ৰতনৰো সুযোগ মিলিছিল ভালেই। গোঁসাইৰ ঘৰত সি কাম-কাজত আগবাঢ়ি আছিল। ইকালে সিকালে ক'ৰবালৈ পাছিৰ লগা হ'লে গোঁসাইৰ চকু পৰিছিল ৰতনৰ ওপৰতে। গোঁসাইৰ ল'ৰাকেইটাৰ লগতো সি অলপ সময়ৰ ভিতৰতে আপোনাৰ হৈ পৰিছিল। সমবয়সীয়া গোঁসাইৰ ল'ৰাকেইজনৰ লগত সি বাককৈয়ে বজিতা খাইছিল। গোঁসাইৰ বৰজন ল'ৰা চব্-ডেপুটি কলেক্টৰ। চিকাৰত তেওঁৰ বৰ হেঁপাহ। ঘৰলৈ আহিলেই বুঢ়ী হাতীজনী লৈ চিকাৰলৈ ওলায়। তেওঁৰ লগৰ সাৰথি ৰতন। ৰতন নহ'লে বৰবোপাৰ চিকাৰ কৰায়ে নহয়। ৰতনক তেওঁ বন্দুক মাৰিবলৈও শিকাইছিল, বৰবোপাই ৰতনক নিজৰ ভাই-ককাইৰ দৰে ব্যৱহাৰ কৰিছিল, মৰমো কৰিছিল তেনেকৈয়ে। আঘোণীয়ে কিন্তু

ৰতনৰ এই চিকাৰী ব্যৱসায়টো ভাল নাপাইছিল। যিদিনা ৰতনে গাভিনী ভেলেঙীজনী মৰাৰ কথা ঘৈণীয়েকক ক'লেহি সেইদিনায়ে আঘোণীয়ে গিৰিয়েকক শপত দিলে, ভৱিষ্যতলৈ আৰু চিকাৰ নকৰিবলৈ। ডেকা তেজত বলিয়ান ৰতনে ঘৈণীয়েকৰ কথা যুক্তি-তৰ্কৰে খণ্ডন কৰিবলৈ চেষ্টা কৰিলে - "আমাৰ নিমিত্তেই ঈশ্বৰে এইবোৰ জীৱ-জন্তু স্ৰজন কৰিছে, আমিয়েই যদি নাখাওঁ তেন্তে এইবোৰ খাব কোনে?" গোঁসাইৰ বৰজন ল'ৰা ঘৰলৈ অহা কেইদিন ৰতনৰ গাত তৰণিয়েই নাথাকে। তাৰ যেন নিজৰ ভায়েক এটাহে চৰ্-ডেপুটি হাকিম হৈ ঘৰলৈ উভতিছে। হাকিম ঘৰলৈ আহিব বুলি বাতৰি শুনিলেই ৰতনে চিকাৰ-থলিৰ সন্ধানত হাবাথুৰি খাই ফুৰে। দোকমোকালিতে শুই উঠি গুৰ-গুৰীয়া বিলত বনৰীয়া হাঁহ পৰিছেনে নাই, মাছ মৰা বগালীহঁতে ভাত নাও বান্ধিছেনে নাই— তাৰ সন্তেদ লৈ আহেগৈ। বৰ্হমপুৰৰ জৰী গছবিলাকত হাইঠা পৰিছেহিনে নাই, লাওখোৱাৰ ৰিজাৰ্ভত পহুৰ জাকে চৰিছেহিনে নাই তাৰো ভু-ভা সংগ্ৰহ কৰি থয়।

ৰতনৰ নিচিনা মনমিলা সহচৰৰ মৃত্যুৰ বাতৰি পাই বৰবোপাই সঁচাকৈয়ে বৰ শোক পাইছিল; ঘৰলৈ আঘোণীক সৰ্বতোভাৱে সহায় কৰিবলৈ দঢ়াই লিখিছিল। প্ৰথম ডোখৰত অৱশ্যে আঘোণীয়ে গোঁসাইৰ ঘৰৰপৰা বাৰুকৈয়ে সহায় পাইছিল। পাই-পইচা যি বিচাৰিছিল হাত নধৰাকৈয়ে হাকিমৰ মাকে সকলো দিছিল; কিন্তু সদায় গ্ৰহণ কৰিলে, দয়াহেন মহৎ গুণৰো মহত্ত্ব হ্ৰাস হয়। সংসাৰখন হৈছে বেচা-কিনাৰ ঠাই! য'ত দুপইচা পোৱাৰ আশা আছে, তাতে মানুহে নিজৰ মূলধন জমা ৰাখে। দেউলিয়াক ধন দি পুণ্য আৰ্জিবৰ কম মানুহৰেহে ইচ্ছা। বিশেষতঃ দিয়া-থোৱা আৰু সাংসাৰিক কাৰ্য্য চলোৱাৰ বিষয়ত তিৰোতাৰ বুদ্ধি মুনিহতকৈ প্ৰখৰ। বাহিৰ জগতত ঘূৰি ফুৰাৰ কাৰণে মুনিহৰ চকুহাল ডাঙৰ হৈছে। ডাঙৰ বিষয়হে মুনিহৰ চকুত পৰে, কিন্তু ঘৰৰ ভিতৰত সোমাই থকাৰ গুণত তিৰোতাৰ চকু বহল হোৱাৰ সুযোগ পোৱা নাই। সেই কাৰণেই তেওঁলোকৰ চকুত অকণি অকণি কথাবিলাকো

সহজেই ধৰা পৰে। আঘোণীক দিবলৈ হাকিমে মাহে মাহে টকা পঠিয়াই থকা সত্ত্বেও মাকে সেই ধন আঘোণীক নিদিয়া হ'ল। মিছাকৈয়ে এজনী ধেমনী পুহি থকাৰেই বা প্ৰয়োজন কি? আৰু এটা কথা, আঘোণীৰ ওপৰত বৰবোপাৰ ইমান টান কিয়? গাভৰু তিৰোতা এজনীৰ, ইমান বা-বাতৰিয়েই বা বিচাৰে কিয়? ওহোঁ, গোঁসাই বংশত এনে কথা হ'ব নোৱাৰে। আঘোণীক যেনেতেনে ঘৰ এৰুৱাবই লাগিব। ক'ব নোৱাৰি ডেকা ল'ৰা— কেতিয়া কি কৰি পেলায়? আঘোণীয়েনো বৰবোপা কেতিয়া আহি পাবহি তাৰেই বা ইমান উমান কিয় লয়?

ৰতন ঢুকুৰাৰ পিছতো, আঘোণীয়ে দিনবিলাক যিমান সহজে যাব বুলি ভাবিছিল সিমান সহজে নোযোৱাত পৰিল। এটা বিপদক কোনোমতে আঁতৰাই থ'লে অন্য এটাই আহি আকৌ সেই ঠাই পূৰ কৰেহি। ঘৰ চলোৱা বিষয়ে আঘোণীয়ে সৰহ চিন্তা কৰিব নালাগিছিল। কিয়নো সিহঁতৰ মাক-জীয়েকৰ দুটি আধানি আধানি পেট। লোকৰ ঘৰত ধান বানি, চাউল কাঢ়ি যি পাইছিল, তাৰেই কোনোমতে চলি গৈছিল। ধান বনাত আঘোণী আগৰণুৱা। দিনটোত তিনিপুৱা ধানৰ চাউল তাইৰ নিচিনাকৈ কোনে উলিয়াব পাৰিছিল? দূৰৈৰপৰা ঢেঁকীৰ শব্দ শুনিলে, সি যে আঘোণীৰ চাব তাক আৰু আনে কৈ দিব নালাগে। ঢেঁকী দিয়াৰ-পৰাই আঘোণীৰ কলাফুল দুটা নোদোকা নোদোকা হৈ পৰিছিল। দেহৰ গঠনো চকুত লগা হৈছিল। ৰতন ঢুকুৰাৰ পিছত সেই দেহটো লৈ আঘোণী বিপাঙত পৰিল। ঘাটে-বাটে ওলালেই ডেকাহঁতৰ দৃষ্টিয়ে তাইৰ পাছ নেৰা হ'ল। মাজে-সময়ে সুযোগ-সুবিধা পালে তাইৰ লগত চুপতি মাৰিবলৈকো কোনো কোনো ডেকা আগবাঢ়ি আহে। আঘোণীয়ে যিমান পাৰে সিমানে তাহাঁতক এৰাই ফুৰিবলৈ চেষ্টা কৰে; কিন্তু অসম্ভৱ! ডেকাহঁতে উপযাচি আহি তাইৰ সৈতে কথা পাতেহি, টানমাৰি তাইৰ লগৰপৰা লয়ণীক লৈ যায়হি। লয়ণীৰ লগত ধেমালি কৰাৰ চলেৰেই সিহঁতে আঘোণীৰ ওচৰ চাপে। ডেকাহঁতক গালি পাৰি আঁত-ৰাই দিবলৈ তাইৰ সাহ নাই। কোঁদোৰ বাহত জুই দিয়া সাধাৰণ কথা

নইয়, কিন্তু সিদিনা সন্ধিয়া হাতবৰৰ বৰপুতেক ভেদোৱে তাই কলঙত গাগৰীটো বুৰাই লওঁতে ওচৰ চাপি সুধিলেগৈ—“আঘোণী তই মোলৈ সোমাবিনে?” সেই দিনায়ে তাইৰ মূৰত আকাশী স্বৰগ ভাগি পৰিল। একোঘে উত্তৰ নিদি গাগৰীটো আধা বুৰায়ে আঘোণী লৰালৰিকৈ ঘৰলৈ উভতি আহিল।

এয়ে সেই ভেদো! ইয়াকনো ৰতনে কম মৰম কৰিছিলনে? চিকাৰবপৰা আহিলেই নিজলৈ নথৈও ভেদোৰ নিমিত্তে এভাগ মঙহ নপঠিওৱাকৈ নোৱাৰিছিল। ভাল বস্তু এটা পালে ভেদোক নিদিয়াকৈ মুখত নিদিছিল। গাঁৱৰ বাজহুৱা ভাও ল'ব ভেদোৱে, কিন্তু তাৰ কানি-কাপোৰ বিচাৰি দিয়াৰ ভাৰ আছিল ৰতনৰ। ভেদোক পিন্ধাবলৈ গোঁসাইৰ মাজুটো ল'বাৰপৰা মুগা চোলাটো খুজি আনি বোল লগাই নষ্ট কৰাৰ বাবে ৰতনে কত গালি খাইছিল। সেইবাৰ হাতবৰে পুৰণি গুদামত হোৱা বাৰখেলৰ ভাওনা চাবলৈ ভেদোক একোপধ্যে নপঠিয়াই-ছিল। গাঁৱৰ আটাইখন ডেকাল'ৰা ওলাল; বাদ পৰিল মাথোন ভেদো। তাৰ মনমৰা মুখ দেখি সহিব নোৱাৰি, ৰতনে হাতবৰক কৈ-মেলি নিজৰ অন্থখীয়া গাৰেই শেষত ভাওনা চাবলৈ তাক লৈ গৈছিল। এটি এটিকৈ সেই সকলোবিলাক আঘোণীৰ মনলৈ আহিবলৈ ধৰিলে। ৰতনে যাক আদৰ কৰি ভাই বুলি মাতিছিল সেই ভেদোৱে আজি ৰতন ঢুকুৱাৰ তিনি-বছৰ নৌ-হওঁতেই তাৰ বিধৱা তিৰোতাৰ ওপৰত চকু দিয়ে? আঘোণীক লৈ সি ঘৰ-বাৰী কৰিবলৈ ইচ্ছা কৰে?

আঘোণীৰ অসহ্য হৈ উঠিল! পুৱাৰপৰা ৰাতিলৈকে তাইৰ ওপৰত মানুহবোৰৰ সেই একেটা দৃষ্টি। তাইৰ শৰীৰৰ মঙহৰ ওপৰত সকলোৰে যেন থক সোমাইছে। তাইৰ এই ফুলি উঠা যৌৱনটো মিছাতে লেৰেলি যাব বুলি সকলোৰে বেজাৰ। তাৰ উপায় বিচাৰি ডেকাহঁতৰ তৎ নাই। আঘোণী নিশা অকলে থাকিব নোৱাৰা হ'ল। সদায় ৰাতি কোনোবা আহি তাইক নামকাঢ়ি মাতেহি। আঘোণীয়ে ভয়ত লয়ণীক বুকুৰ মাজলৈ টানি নি কান্দিবলৈ ধৰে। লয়ণীক টোপনিৰপৰা তুলিবলৈ চেষ্টা কৰে।

লয়ণীয়েইহে যেন এই কাল নিশা তাইক অত্যাচাৰীৰ হাতৰপৰা ৰক্ষা কৰিব পাৰিব। আঘোণীৰ বিশ্বাস যে কোনো পুৰুষেই সন্তানৰ আগত মাকক অপমান কৰিবলৈ আগবাঢ়িব নোৱাৰে। পিছদিনা পানী আনিবলৈ যাওঁতে ভোগাইৰ বোৱাৰীয়েকে আঘোণীক ঘাটত পাই সুধিলে, "হয়ে আঘোণী, কালিনো মাজ নিশাখন জীয়েৰক ইনানকৈ চিঞৰিছিলি কিয়? আমাৰ তালৈকে তোৰ চিঞৰ শুনা গৈছিল।"

আঘোণীয়ে লাহেকৈ উত্তৰ দিলে "এ কোনোবা চোৰ অহা যেন পাইছিলোঁ।" কথাষাৰ কোৱা ঠিক নহ'ল বুলি আঘোণীয়ে খতমত খাই ৰ'ল।

গাগৰীটো কাষত লৈ যাবলৈ ওলাই ভোগাইৰ বোৱাৰীয়েকে বিদ্রূপৰ হাঁহি মাৰি কৈ গ'ল—"ইস তোৰ ঘৰলৈহে চোৰ আহিবলৈ পালে। ধন-সোণ ভৰি আছে নহয়?" আঘোণীয়ে ভাবে — সঁচাকৈয়ে তাইৰ ঘৰলৈ চোৰ আহিব কিয়? পিছ মুহূর্ততে কিবা মনত পৰাত হুমুনিয়াহ কাঢ়ি পানীলৈ নামি গ'ল।

আঘোণীয়ে ঠিক কৰিলে, অকলে এনেকৈ থাকিব নোৱাৰি—কাৰোবাৰ ঘৰলৈ উঠি যাব লাগিব, ছোৱালীজনী ডিঙিত নলগাহেঁতেন কেতিয়াবাই তাই কলঙত ডুবি মৰিলহেঁতেন। অৱশ্যে লোকৰ ঘৰলৈ এনেকৈ গেবাৰি খাটিবলৈ গ'লে সমাজৰ তাই নিন্দনীয় হ'ব। সমাজত তাইৰ আৰু আগৰ আসন নাথাকিব। হওক লাগে; তথাপি ইমান শত্ৰুৰ মাজত থকা অসম্ভৱ কথা! কেতিয়া কি হয়— কোনে ক'ব পাৰে! গোঁসাইৰ মাকে তাইক এই বিপদৰপৰা উদ্ধাৰ কৰিব পাৰিব; তেওঁকে এবাৰ কৈ চাব বুলি পাঙিলে, কিন্তু কিছু দিনৰপৰা গোঁসাইৰ মাকৰপৰাও তাই ভাল ব্যৱহাৰ পোৱা নাই। কিবা এটা বিচাৰিলেও 'এতিয়া নাই, পাছে-পৰে আহিবি'—বুলি কৈ বিদায় দিয়ে। তথাপি এবাৰ কথাষাৰ কৈ চাবলৈ আঘোণীয়ে চল বিচাৰিলে।

আঘোণমহীয়া ৰ'দ, দুপৰীয়া ভাত খাই উঠোঁতেই বেলি পৰে। গোঁসাইৰ মাকে ভাত খাই উঠি চোতালতে ঢাৰিখন পাৰি বটাটো লৈ

তামোল কাটিছে। এনেতে লয়ণীক লৈ আঘোণী সেইখিনি ওলালগৈ। গোঁসাইৰ মাকে আঘোণীক তামোল এখন দি সুধিলে— "আজিনো ভাত কিহেৰে খালি ?"

—"এ কিহেৰে খাম আই! সিদিনা আপোনালোকৰ তাৰপৰাই নিয়া মাটিমাহ দুটামান আছিল তাৰেই খাৰ ৰান্ধিলোঁ।" ছোৱালীজনীলৈ আঙুলিয়াই আকৌ ক'লে— "এইপাতে আৰু' টেঙা নহ'লে মুখতে নিদিয়ে।"

লাহে লাহে এটা-দুটা কথা হোৱাৰ পিছত গোঁসাইৰ মাকে ক'লে, "বাৰু, কথা হওঁ, লগে লগে চুলিকোছা মেলছোন। বিঢ়া ওকণী কেইটা-মানে পিল্‌পিলাব লাগিছে।" কথাষাৰ শেষ নৌ-হওঁতেই আঘোণীয়ে গোঁসাইৰ মাকৰ চুলিকোছা মেলিলে। অকনমান নখ ফুৰাওঁতেই বিঢ়া ওকণী এটা ওলাল। আঘোণীয়ে ওকণীটো লৈ চিঞৰি উঠিল— "অ' আই, তেজ পিবলৈ পাই এইডাল নোদোকা হৈ পৰিছে।" এই বুলি জীয়েকক ওচৰলৈ মাতি নি ওকণীটো মৰালে। ওকণী চোৱাৰ লগে লগে দুয়োৰো মাজত কথা চলিবলৈ ধৰিলে।

গোঁসাইৰ মাকে ক'লে— "এৰা, এইবাৰ ফাগুনতে তোৰ ঘৰতো ছোৱাই ল'। বাঁহ যি দুটা-এটা লাগে আমাৰ বাৰীৰেপৰা নিবি।"

—"আই, ঘৰনো ছোৱাই দিয়ে কোনে ? মানুহ লগাবলৈনো পইচা-কড়ি পাওঁ ক'ত ?"

—"পিছে, বাৰিষাৰ দিনকেইটানো কটাবি কেনেকৈ ?"

—"জানো এথোন ক'ব পৰাই নাই।" অলপ পৰ ৰৈ সুধিলে, "বাৰু আই, মই আহি আপোনালোকৰ ঢেঁকীশালতে থাকিবহি নোৱা-ৰোঁনে ?" আঘোণীয়ে ভয়ে ভয়ে গোঁসাইৰ মাকৰ মুখলৈ চালে।

—"ঢেঁকীশালতনো ক'ত ঠাই আছে; ঠাই হোৱাহেঁতেন তোক আহিবলৈ নকওঁনে ?"

আঘোণীৰ প্ৰাণত অলপ আশাৰ সঞ্চাৰ হ'ল। নিজৰ সকলোবিলাক দুখৰ কথা ক'লে কিজানিবা ঢেঁকীশালত অকনমান ঠাই পায়েই। তাকে

ভাবি সৰল বিশ্বাসত ক'লে— "অকলে আই ঘৰত থাকিব নোৱাৰা হৈছোঁ, ৰাতি আহি কোনোবাই দলিয়াই-খতিয়াই থাকেহি। সেয়েহে আপোনা-লোকৰ ইয়ালৈকে উঠি আহিব খুজিছোঁ।" একে উশাহতে কথাখিনি কৈ আঘোণী নিমাত হ'ল।

গোঁসাইৰ মাকে বহুদৰ্শিতাৰ সুৰত উত্তৰ দিলে– "মই তোক আগেয়েই কৈছিলোঁ নহয়, কোনোবা এটালৈ সোমাবলৈ, তই তেও এটাৰহে মাক। মেদেউৰ জীয়েক জেতুকীয়ে কৰিলে কি? ডাঙৰ তিনিটা ল'ৰা-ছোৱালীৰে নোসোমালগৈ নে?" গোঁসাইৰ মাকৰ উপদেশত আঘোণীয়ে হুমুনিয়াহ কাঢ়ি নিমাত হ'ল। ওকণী চোৰা তাতে শেষ হ'ল। তাইৰ ইচ্ছা হৈছিল বুকু বিদাৰি অন্তৰৰ শোক প্ৰকাশ কৰিব। নোৱাৰিলে— আনকি চকুৰেদিও এটোপা পানী নোলাল। লৰালৰিকৈ গোঁসাইৰ মাকৰ খোপাটো বান্ধি দি যাবলৈ ওলাল।

—"আই, মই আজিলৈ উঠোঁচোন। সন্ধিয়ালৈ শাক-পাত দুডাল-মান বিচাৰিব লাগিলগৈ।"

গোঁসাইৰ মাকে আঘোণীয়ে বেজাৰ কৰিছে বুলি বুজিব পাৰি ক'লে,— "বাৰু যা। কালিলৈ পাৰ যদি এপাক মাৰিবিচোন। মোৰ কথাত আকৌ বেয়া নাপাবি; মই ভাললৈহে কৈছোঁ। তইঁত এতিয়া গাভৰু ছোৱালী, সদায়তো মন বান্ধি থাকিব নোৱাৰিবি।" গোঁসাইৰ মাকৰ কথা শেষ হোৱাৰ পূৰ্বেই আঘোণী বাৰী লুৰুকিবলৈ অহা গৰুৰে গিৰিহঁতৰ মাৰ খাই পলোৱাৰদৰে উঠিল। গোঁসাইৰ মাকে চোতালৰ জপনাখনৰ কেৰকেৰণি শুনি ঘূৰি চাই কৈ উঠিল "ইস্ কথাষাৰ কওঁতেই ঢাপলি মেলিলে। নীচ জাতিক সজ উপদেশ দিয়াৰ লাভ কি?" বটাটো তুলি লৈ ভিতৰ সোমাল।

আঘোণীৰ সেইদিনা শাক বোটলা নালাগে, ভাত ৰন্ধাই নহ'ল। গৈয়ে বিছনাত পৰিলগৈ, সন্ধিয়া গোঁসাই ঘৰত ডবা-কাঁহ বজোৱা শুনিও মূৰ নাদাঙিলে। লক্ষ্মীয়ে কেইবাবাৰো ভাত খাওঁ ভাত খাওঁ বুলি চিঞৰাত, মাকৰ ঢকা চাপৰ খাই শেষত পাটীত পৰি লাল-কাল দিলেগৈ।

আঘোণীয়ে পাটীত পৰি পৰি ৰাতি কান্দিলে। দুখীয়াৰ ঘৰত জন্ম পালেই বুলি তাইৰ ভালপোৱা, ধৰ্মাধৰ্ম নোহোৱা হ'লনে? ছোৱালী কালৰ কথা, ৰতনৰ লগত বিয়া হোৱা, ৰতনৰ অসীম ভালপোৱাৰ কথা, উজাৰি উজাৰি আঘোণীৰ মনলৈ আহিবলৈ ধৰিলে। সৰুৰেপৰা তাইৰ স্বভাৱ-চৰিত্ৰ জানি-শুনিও গোঁসাইৰ মাকে আজি এনেটো অপমান কৰিব বুলি আঘোণীয়ে সপোনতো ভবা নাছিল। অৱশ্যে বহুতে বহুত কথা কোৱা আঘোণীয়ে দূৰৈৰপৰা শুনিছে, কিন্তু মুখৰ আগতে এনেকৈ ক'বলৈ আজিলৈকে কাৰো সাহ হোৱা নাছিল। কান্দোন-কাটোন, ভবা-চিন্তাত শেষ ৰাতি কেতিয়া টোপনি আহিল ক'বকে নোৱাৰিলে। ৰাতিপুৱা শুই উঠি দেখে যে ঘৰৰ দুৱাৰ খোলা— বিছনাত লয়ণী নাই। ধৰমৰকৈ পাটীৰ-পৰা উঠি বাজ ওলাল। বেলি ওলোৱা ভালেমান পৰ হ'ল। বাহিৰ ওলাই আঘোণীয়ে দেখে যে লয়ণীয়ে চোতালত ভেদোৰ সৈতে ধেমালি কৰি আছে। ভেদোক দেখিয়েই আঘোণীৰ খঙে মূৰৰ চুলিৰ আগ পালেগৈ। ধুমুহাৰদৰে গ'ল নিশাৰ কথাবিলাক তাইৰ মনলৈ আহিবলৈ ধৰিলে। একো নভবা-নিচিন্তাকৈ আঘোণীয়ে জীয়েকৰ চুলিকোছাত ধৰি পিঠিত ধুমুহুমকৈ গেনেহা কিল শোধালে। দোষৰ একো কাৰণ বুজিব নোৱাৰি লয়ণীয়ে কান্দিবলৈকো ভয় কৰিলে। জীয়েকক যথোচিত পুৰস্কাৰ শোধাই তাই উগ্ৰমূৰ্তি ধৰি ভেদোৰ পিনে চাই ক'লে—"ৰাতি-পুৱাই মোৰ চোতাল গছকিবলৈ তহঁতক মাতিছে কোনে? আজিৰপৰা যদি তহঁতে মোৰ চোতালত ভৰি দিয়হি— তেন্তে গোঁসাইৰ শাও লাগিব।" ৰাতিপুৱাই ইমান আথাৰ কথা আওৰাই আঘোণীৰ নিজৰেই বুকু কঁপি উঠিল।

ভেদোৰেও পুৱাতেই আঘোণীৰ সেই ৰণচণ্ডীৰ গৰ্জন শুনি স্তব্ধ হৈ পৰিল। অলপ পৰ ইফালে-সিফালে চাই ভেদোৱে ধুপুচ্‌কৈ আঘোণীৰ ভৰিত পৰি ক'বলৈ ধৰিলে— "বাইটি! মোৰ সিদিনাৰ দোষ ক্ষমা কৰা। আজিৰপৰা মই তোমাৰ সেই আগৰ ভায়েৰা ভেদো। এতিয়াৰপৰা গাঁৱৰ কোনেও তোমাক টু-টা কৰিব নোৱাৰিব"। আঘোণীৰ

মূৰ ঘূৰিবলৈ ধৰিলে। তাই আৰু থিবেৰে ৰ'ব নোৱাৰি পিবালিত বহি কান্দিবলৈ ধৰিলে। ইতিমধ্যে ভেদোৱে উঠি লয়ণীক কোলাত লৈ বাটলৈ ওলাই গ'ল। আঘোণীয়ে পিবালিত বহি উচুপি উচুপি নিতাল মাৰিছিল। এনেতে উকীলৰ ঘৰৰ লগুৱা ল'ৰাটিয়ে আহি ক'লেহি, "বাইটি, আজি গৰু খিৰাবলৈ নোযোৱানে? পোৱালিটোৱে হেম্বেলিয়াই আছে।" আঘোণীৰ তেতিয়াহে তন্দ্ৰা ভাগিল।

—"আজি মোৰ গাটো ভাল নহয়। বাৰু, লবালবিকৈ জোবোৰাটো মাৰি গৈছোঁ। তই যা।"—বুলি দীঘল হুমুনিয়াহ এটা পেলাই আঘোণী ভিতৰ সোমাল।

ভেদো ল'ৰাটো সঁচাকৈয়ে ভাল; কিন্তু মানুহৰ জীৱনলৈ কিছুমান দুৰ্বল মুহূৰ্ত আহে – সেইখিনি সময়ত নিজক সংযত কৰি ৰখা বহুতবে টান হৈ পৰে; ইন্দ্ৰিয়বিলাক ইমান ভয়ংকৰ হয় যে সিহঁতক শাসন কৰিবলৈ মনৰ শক্তি অক্ষম হৈ পৰে। হিতাহিত বা ভাল-বেয়াৰ বিবেচনা কৰিবলৈ তেতিয়া বিবেক নোহোৱা হয় চকুৰ আগৰপৰা ধৰ্ম, সমাজনীতি সকলোবিলাক আঁতৰি যায়। বলিয়া হাতীৰদৰে যেনিয়ে ইচ্ছা তেনিয়ে গৈ ইন্দ্ৰিয়ৰ তৃপ্তিসাধন কৰিবলৈ ইচ্ছা জন্মে। প্ৰৱল ধুমুহাৰদৰে সকলো ভাঙি চুৰমাৰ কৰিব খোজে। কিন্তু ধুমুহাৰ পিছত প্ৰকৃতিয়ে শান্ত সৌম্য মূৰ্তি ধাৰণ কৰাৰ দৰে, মানুহৰো এটা প্ৰকৃতিস্থ অৱস্থা আছে। সেই অৱস্থাত মানুহ দেৱতা। অনুশোচনা আৰু অনুতাপত দগ্ধ হৈ মানুহে পূৰ্বকৃত সকলো পাপৰ প্ৰায়শ্চিত্ত কৰিবলৈ আগবাঢ়ি যায়। সকলো অপমান আৰু অৱমাননা নিজে মূৰ পাতি ল'বলৈ সমৰ্থ হয়। ভেদোৰো আজি সেই অৱস্থা। জীৱনৰ এটি ডাঙৰ বিপদৰপৰা আঘোণী ৰক্ষা পৰিল। আত্মীয়-কুটুম্ব নোহোৱা আঘোণীয়ে আজি নতুনকৈ এটি ভায়েক পালে।

দুখীয়াৰ জীৱনত বৈশিষ্ট্য নাই। কোনোমতে দিন যাব লাগিছে। আঘোণীৰ ৰূপৰ জমকে আজি গাঁৱৰ ডেকাহঁতক চমক লগাব নোৱাৰে। আঘোণী বুলিলে কোনেও আজি বাংঢালী গাভৰু ছোৱালী এজনী বুলি

জীনিব নোৱাৰে। আজিৰ আঘোণী এজনী প্ৰৌঢ়া, গম্ভীৰ, ৰূপহীনা দুখীয়া বিধৱা। শক্তিৰ ক্ষয় নাই বুলি এটা কথা আছে। কিন্তু ৰূপৰ ক্ষয় হয় নে নহয় তাৰ বোধকৰোঁ সিদ্ধান্ত পণ্ডিতসকলে এতিয়াও কৰিব পৰা নাই। আঘোণীৰ ৰূপৰ জেউতি হ্ৰাস হোৱাৰ লগে লগে লয়ণীক সেই পোহৰে আৱৰি ধৰিলেহি। সিদিনাৰ ঠুনুক-ঠানাক্ মাতৰ লয়ণী সময়ৰ লগে লগে বাঢ়ি উঠিল। লয়ণীয়ে ইখন-সিখন কৰি মাকক সহায় কৰিব পৰা হ'ল; বয়স বঢ়াৰ লগে লগে লয়ণীয়ে মাকৰ লগ এৰি গোটেই গাঁৱতে অকলে পিট্ পিটাই ফুৰিব পৰা হ'ল। গাঁৱৰ কাৰ বাৰীত কি আছে, কোনখন এৰাবাৰীত কি পায়, চাওঁতে চাওঁতে সকলো তাই আৱিষ্কাৰ কৰিলে। মাকে তাইক ঘৰ-ৰখীয়া থৈ লোকৰ ঘৰত ধান বানিবলৈ বা পানী কঢ়িয়াবলৈ যায়— ইফালে তাই টলৌ-টলৌ কৰি গাঁৱৰ ক'ত কি আছে বিচাৰি ফুৰে। এৰাবাৰী বুলি চিৰস্তা-দাৰিণীৰ বাৰীলৈ যাবলৈ ভৰ বয়সীয়াল ডেকাহঁতেও সাহ নকৰে। সেইখন বাৰীতে বোলে চিৰস্তাদাৰ আৰু তেওঁৰ দুয়ো পুতেকক সৎকাৰ কৰা হৈছিল। অকলশৰীয়া হৈ এতিয়া মাথোন চিৰস্তাদাৰিণীয়েই ইমান ডাঙৰ বাৰীখন আকোঁৱালি গজালিকৈ ধৰি আছে। বাৰীৰপৰা এটা বস্তু কাৰো তুলি নিবৰ সাহ নাই। গছৰ পাত এখিলা পৰিলেই চিৰস্তাদাৰিণীয়ে উমান পায়, লেতেকু, পনীয়ল, টেঁপৰ, ডিমৰু পকি পকি তল সৰি গেলি-পচি গৈছে। মানুহে ভাবে বাৰীখনত ভূত আছে। চিৰস্তাদাৰিণী মৰিলেও টেঁপৰ গছত ডাইনী-যখিনী হৈ থাকিব। ভৰ দুপৰীয়া কেনিও কাৰো সা-সঁহাৰি নাই। চিৰস্তাদাৰিণীয়ে দুপৰীয়া এমুঠি খাই উঠি জুৰাইছে। মাজে মাজে বাৰীত কিহবাৰ শব্দ শুনি "কোন ঔ" বুলি উচপ খাই উঠিছে; ঠিক এনে সময়তে লয়ণীয়ে হাতত খৰাহি এটা লৈ মনে মনে চিৰস্তাদাৰিণীৰ বাৰীত সোমালগৈ। মনত অপাৰ আনন্দ— ইমানবিলাক টেঁপৰ-ডিমৰু পকি মাটিতে সৰি আছে। এইবোৰ বুটলি নিবলৈ কোনো নাহে কিয়? অকণমান মগজুৰে ইমান অৰ্থ ঢুকি নাপায়, লয়ণীয়ে টেঁপৰ চোহাত লাগিল। কিমান খাব— কিমান গোটাব? আজিয়েই নহৈছে, কালিলৈকে এগাল নিবহি লাগিব। কালিলৈ মাণিকি আৰু

কণছোৱালীহঁতকো লগত আনিব। লয়ণীয়ে ভাবিছিল সেই এখৰাটি টেপৰ আৰু ডিমৰু দেখি মাকে বৰ ৰং পাব। সন্ধিয়া মাক কেতিয়া উভতি আহে, তালৈকে বাট চাই তাইৰ উচ্ পিচনি লাগিল। মাজে মাজে বাটলৈ ওলাই মাকক নেদেখি ভিতৰ সোমাই গৈ ডিমৰু কেইটা হ'ল টেপৰেই বা কেইটা হ'ল লেখি চায়গৈ। কেইটামান লেখাৰ পাছতে ভুল লাগে। আকৌ খৰাহিত সোপাকে ভৰাই থয়। সন্ধিয়া মাকে আহি খৰাহিটো দেখি জীয়েকক সুধিলে— "হঁয়ে লয়ণী, এয়ানো কোনে দিলেহি?" লয়ণীয়ে নিজৰ গৌৰৱত উৎফুল্ল হৈ হাঁহি ক'লেহি— "বাৰু তয়ে ক'চোন, কোনে দিলেহি?"

"জানো মই কিবা সৰ্বজান নে?" মাকে যথোচিত উত্তৰ দিব নোৱৰাত লয়ণীয়ে উছাহেৰে ক'লে— "কোনে দিবহি। তোমাৰ জীয়েৰাই বিচাৰি আনিছে।"

আচৰিত হৈ আঘোণীয়ে সুধিলে— "তই এইবিলাক কাৰ বাৰীত পালি?"

"কাৰ বাৰীতনো আছে? চিৰস্তাদাৰিণীৰ বাৰীৰপৰা ছুপৰীয়া আনিছোঁ। ইস্ তাত যে আৰু কত—" লয়ণীৰ মুখৰ কথা মুখতে থাকিল। মাকে তাইক ডিঙিত ধৰি ঘটালিবলৈ ধৰিলে।

"মৰতী, মৰিবলৈ আৰু ঠাই নাপালি! ছুপৰীয়া সেইখন বাৰীত সোমাইছিলিগৈ। নাজাননে সেইখন কালিকা লগা বাৰী।" জীয়েকক এৰি খৰাহিটো দাঙি লৈ আঘোণীয়ে খৰাহীৰে সৈতে সকলোবিলাক নিজৰ ঘৰৰ বাহিৰ কৰি দলিয়াই দিলে। লয়ণীৰ বেজাৰ লাগিল; অৱশ্যে মাকৰ মাৰ খাই নহয়। ইমান কষ্টকৈ বুটলি অনা ৰহ দিয়া ডিমৰুবিলাক পেলাই দিয়াৰ কাৰণেহে। এটামান ডিমৰু মুখত দিয়াহেঁতেন মাকে তাৰ সোৱাদ বুজিলেহেঁতেন!

আন এদিনৰ কথা। গোঁসাইৰ ঘৰৰ পাছফালে জাৰণি এডৰা; তাতে বননীয়া কেৰেলা বগাই থোপা থোপে লাগি আছে। ঠাই বেয়া দেখি কোনো ল'ৰা ছোৱালী সেইফালে মু'নকৰে। সেইদিনা সন্ধিয়া

ভেদোৰ নঙা হালোৰা গৰুটো ঘৰলৈ নহা দেখি সেইপিনে বিচাৰি গৈছে। এজনী জুটুলা জুটুলী চুলিৰে সৰু ছোৱালী— ভেদোৰ গোটেই গাটো জিম্‌জিমাই গ'ল। সি এখোজ-দুখোজ কৈ পাছ হুইঁকিল। এনেতে শুনিলে লয়ণীৰ মাত— 'হেৰ' মোমা, বচোন ময়ো যাওঁ।"

ভেদোৰে উচাপ খাই উভতি চাই সুধিলে— "তইনো এই সন্ধিয়াখন ইয়াত কি বিচাৰিছ ?"

লয়ণীয়ে ওচৰ চাপি গৈ কোচভৰা কেবেলাগাল দেখুৱাই ক'লে — এইডৰা কেবেলা বৰকৈ লাগিছে মোমাই। আজি ছিঙি শেষ কৰিব নোৱাৰিলোঁ। কালিলৈ এগাল ছিঙি তহঁতকো দি আহিম গৈ। পিছে, তইনো এইফালে আহিছিলি কিয় ?"

"নঙা হালোৱাটো আজি গোহালিলৈ যোৱা নাই। কালিলৈ হাল ভালকৈ বোৱাব।"

—"এ, তহঁতৰ নঙা হালোৱাটো এইফালে আহিছিল। মই আকৌ যাবৰ সময়তহে খেদি লৈ যাম বুলি ভাবিছিলোঁ।" এইবুলি কৈয়ে লয়ণীয়ে লৰ মাৰি ওচৰৰে কঁঠাল গছ এজোপাৰ গুৰিলৈ গ'ল। ভেদোৰ ভয় তেতিয়া ভঙা নাছিল।

সি চিঞৰি উঠিল— "ক'লৈ গ'লি হঁয়ে লয়ণী ?"

লয়ণীয়ে গছৰ তলৰপৰা মাত লগালে—"নঙা হালেৰোটো এইফালে আহিছিল খেদি আনো ব।"

ভেদোৰে লৰালৰিকৈ ক'লে— "এ, ৰাতি হ'ল এতিয়া থাওক দে। নিশা নঙলা মেলি থম, আপোনা আপুনিয়েই সোমাবগৈ।" ভেদোৰ কথা শেষ নৌহওঁতেই লয়ণীয়েই গৰুটো খেদি আনিলেগৈ।

"ক'ত আছিল ?"

"আজি কোনোবাই কঁঠালৰ ডাল কাটিছিল। তাৰে পৰি থকা পাতবোৰ খাইছিলগৈ।"

"তইনো কঁঠালৰ পাত পৰি আছে বুলি কেনেকৈ গম পালি ?"

"মই আজি দুপৰীয়া আমাৰ বগী ছাগলীজনীলৈ এসোপা নিছিলোঁহি নহয়।"

ভেদোৰে আচৰিত হৈ সুধিলে, "দুপৰীয়াখন তই অকলে আহিছিলি ?"

"আৰুনো লগত কোন আহিব ?" বুলি লয়ণীয়ে বাট এৰি অবাটে যোৱা গৰুটো ঘূৰাই আনিলে।

"তয়ো কম ছোৱালী নহয় দে।"

লয়ণীৰ যে বিয়া দিবৰ সময় পালেহি ইমান দিনে আঘোণীৰ খবৰেই নাছিল। অৱশ্যে লয়ণীলৈ ভাল চাই ল'ৰা এটা চপাই ল'বলৈ মাকে ভালেদিনৰপৰা আশা পুহিছিল। কিন্তু ইমান সোনকালেই যে সি হ'ব তাক তাই সপোনতো ভবা নাছিল। এই আহাৰ গৈ শাওণ সোমালেহে লয়ণীয়ে মুঠেই পোন্ধৰ বছৰত ভৰি দিব। এতিয়াইনো তাইৰ বিয়া দিবৰ সময় হ'ল নে? তাইতকৈ বয়সে তিনি বছৰৰ ডাঙৰ ভোলাৰ জীয়েকৰেই বিয়াৰ দেখোন এতিয়ালৈকে একো উমঘামেই কৰা নাই। ভোলাৰ একেলগে তিনিজনী ছোৱালীৰ বিয়া দিব লগা হৈ আছে। তাইৰ আগলৈকো নাই, পিছলৈকো নাই, সেই একেজনী ছোৱালী। তাইৰ বিয়াৰ এতিয়াই খদমদমখন লগোৱাৰ সকাম কি? কিন্তু যিদিনা সন্ধিয়া কলঙত পানী আনিবলৈ যাওঁতে ভোগাইৰ বোৱাৰী-য়েকে সুধিলে—"হয়নে আঘোণী, তোৰ জীয়েৰে বোলে পদোত সোমাব খুজিছে ?"—সেইদিনাহে আঘোণীৰ চমক ভাঙিল। পদো গাঁৱৰে ল'ৰা যদিও, থাকে যোৰহাট নে গোলাঘাটত। কোনোবা হাকিমৰ পিয়াদা। এমাহ নে কিমানৰ ছুটী লৈ আহিছে। ঘৰত বাপেক-মাহীমাকৰ সৈতে সিমান সম্ভাৱ নাই। পদো আহিবৰপৰা লয়ণীৰ লগত মেলমৰা তাই দেখিছে। সেই বুলিয়েই যে লয়ণী পদোত সোমাব, এনেকথা মাক হৈ আঘোণীয়ে বিশ্বাস কৰিব নোৱাৰে। ভালেমান পৰ বৈ ভোগাইৰ বোৱাৰীয়েকে একো উত্তৰ নাপাই বিদ্রূপৰ ভংগীৰে ক'লে, — "আমাৰ আগতনো কেলৈ লুকুৱাব লাগিছে আই? পদোৰে যোৰহাটৰপৰা ধন সোণ এগাল আনিছে, তাকে আমি হ'বলা খুজিবলৈ যাম? এনেকৈ চুৰ-চাৰিকৈ নোসোমাই মূৰত পানী একলহ ঢালি সোমোৱাহেঁতেন গঞাৱে সন্তোষ পালেহেঁতেন।"

আঘোণীয়ে হঠাতে একো উত্তৰ বিচাৰি নাপাই সুধিলে; —"তইনো কথাটো ক'ত শুনিলি ?"

ভোগাইৰ বোৱাৰীয়েকে জিকাৰ মাৰি উঠিল— "ইস, আমাৰ কিবা চকু-কাণ নোহোৱা হ'ল নে ?" ভোগাইৰ বোৱাৰীয়েকে গাগৰীটো কাষত লৈ নিজৰ মুখতে কিবা কিবি ভোৰ্‌ভোৰাই গজ্‌গজকৈ গুচি গ'ল। সময়ত আঘোণীৰ লগো নিবিচাৰিলে।

লয়ণী যেতিয়া পদোত চাপি সোমালগৈ গাঁৱত নানা জনে নানা মত প্ৰকাশ কৰিবলৈ ধৰিলে। কোনোৱে ভাবিলে লয়ণীয়ে বেছ বুদ্ধিমতী ছোৱালীৰ কামকে কৰিলে। ওচৰ-চুবুৰীয়াই ক'লে,—"ক'ত সেই অকণমাণি ছোৱালীজনীয়ে ইমান ভাবি-চিন্তি চাইছে। এইবোৰ আটাইবোৰ মাকৰ কাৰসাজি। পদোৱে কাম-বন কৰি দুপইচা অৰ্জা দেখি, আঘোণীয়ে তাক আহুদি কৰি ছোৱালীজনী চপাই দিলে।" এইকথা লৈয়ে প্ৰথম কেইদিন পদোহঁতৰ ঘৰতো ভীষণ হুলস্থুল। পদোৰ বাপেকে ভাবিছিল—চৰাইবহীয়াৰ অৱস্থা ভাল। দুপদ-এপদ গহনা-গাঁথৰিও ছোৱালীৰ লগত ঘৰলৈ আহিব। যিদিনা সন্ধিয়া লয়ণী গৈ পদোহঁতৰ ঘৰ সোমালগৈ, সেইদিনা পদোৰ মাহীমাকে তাইক চুইহে নিকিলালে। গাঁৱৰে ৰঙাই মহাজনৰ জীয়েক মালীক পদোলৈ আনিম বুলি মহাজনীৰ লৈতে মাহীমাকে হেনো সম্বন্ধ পাতি ইথন-সিখন বস্তু অনা-নিয়া কৰিছিল; কিন্তু মাজ মূৰকতে পদোৱে খাবলৈ নোপোৱা মূৰ গুজিবলৈ ঠাই এডোখৰ নোহোৱা আঘোণীৰ জীয়েকক ঘৰ সুমুৱালেহি দেখি খঙতে টিক্‌চিবিক্‌চি উঠি লয়ণীক গালি বৰষিবলৈ ধৰিলে—"ক'ৰ কালশ'াখিনীজনী মোৰ ঘৰ নোমালহি ঔ কটা। এনেনো লাজ-চৰম নোহোৱা নাটেশৰী গাভৰু ক'ত দেখিছা ? ভালে ভালে বাপেৰে মোৰ ঘৰৰপৰা নোলালে চুলিত ধৰি ঝাঢ়নীৰে কোবাই উলিয়াই দিম। বুঢ়ী শাহুৱেৰক চিনিবি কেনেজনী ?"

যি হ'ক, পদোৰ বাপেক মানুহটো শান্ত। কোনোমতে ঘৈণীয়েকক বঢ়াই-বুজাই ক'লে "কি কৰিবা আৰু ? আহি নিজে সোমালহি যেতিয়া, এতিয়া গালি-শপনি পাৰিব নাপায়। ভালেই হ'ল দিয়া, বিয়া-বাৰু কৰাই অনাহেঁতেন খৰচৰ বোজাটো আমাৰ ওপৰতহে পৰিলহেঁতেন।"

গাঁৱৰ সকলোৱে ভাবিছিল যে আন যি কি নহওঁক, আঘোণীয়ে চাগৈ পদোক জোঁৱাই পাই বৰ ৰং পাইছে; কিন্তু কাৰ্য-কলাপত তাৰ বিপৰীত ঘটিল। ঘৰ এৰাৰপৰা জীয়েকৰ লগত আঘোণীৰ সম্বন্ধ নাই। পদোহঁতৰ ঘৰত গৈ এবাৰ ভুমুকি মাৰিও জীয়েক-জোঁৱায়েকক চাই আহিবলৈ নগ'ল। লয়ণী চাপি সোমোৱাত আঘোণীৰ দুখ নাই; কিন্তু তাই পদোলৈ নোসোমাই আন এটালৈ নগ'ল কিয়? পদোক ভাল নোপোৱাৰ আঘোণীৰ ভালেমান কাৰণ আছে। সি হেনো জিলাত থাকোঁতে মদ, ভাং আদিত মুখ দিয়ে। চৰিত্ৰৰ ফালেও তেনেই তলি উদং। গাঁৱতেইনো তাৰ কেইটা বদনাম ওলাইছে? চহৰত থাকি তাৰ আচাৰ-ব্যৱহাৰবিলাক বঙলুৱা হৈ পৰিছে। আঘোণীৰ আটাইতকৈ ডাঙৰ দুখ হৈছে যে পদো পৰৰ ঘৰৰ চাকৰ— যোৰহাটৰ হাকিমৰ লগুৱা। যি গুণৰ কাৰণে পদোৱে সন্মানিত বুলি ভাবিছিল, গাঁৱৰ মানুহে যিহৰ কাৰণে তাক খাতিৰ কৰিছিল—সেই গুণটিয়েই আকৌ আঘোণীৰ মানত পদোক নিকৃষ্ট আৰু হেয় কৰি তুলিলে। আঘোণীয়ে কেতিয়াও ভবা নাছিল যে লয়ণীয়ে মাকক নোসোধাকৈ এনেকৈ পলাই যাব। ওচৰ-চুবুৰীয়াই মন কৰিলে—লয়ণী যোৱাৰ পিছতেই আঘোণীৰ বহুত পৰিবৰ্তন ঘটিল। আঘোণীৰ চুলি পকিল—তাই বুঢ়ী হ'ল। আঘোণীৰ অন্তৰত খুন্দা মাৰি থকা শোক শৰীৰৰ মাজেদি বাজত প্ৰকাশ পালে।

লয়ণী ঘৰৰপৰা ওলোৱা আজি এবছৰ হওঁ হওঁ হৈছে। তথাপি তাই এদিনলৈকো মাকৰ ঘৰলৈ মুখ কৰা নাই। আহেই বা কোনটো লাজেৰে? ঘৰৰপৰা ওলাবৰ সময়ত তাইতো মাকক মাত এষাৰো লগাই যোৱা নাছিল। আঘোণীয়ে আৰ-তাৰ মুখে জীয়েকৰ বাতৰি শুনে। পদো হেনো আজি ভালেমান দিন ঘৰলৈ অহা নাই; পা-পইচা এটাও পঠাবলৈ এৰিলে। লয়ণীয়ে গোহালিৰ গোবৰ পেলোৱাৰপৰা কুঁহিয়াৰতলি চিকুণোৱালৈকে সকলো বন নিজে কৰিব লাগে। তদুপৰি ৰাতি-দিন মাহী শাহুৱেকৰ গালি-শপনি আছেই। তাতে লয়ণী এতিয়া গা-নৰিয়া। সেইবুলি জানো তাই কাম-বনৰপৰা অব্যাহতি পাইছে? শাহুৱেকৰ শাও-শপনিৰপৰা কোনোবা জানো হাত সাৰিছে? আঘোণীয়ে লোকৰ মুখৰপৰা

কথাবোৰ শুনি নিৰলে ঘৰত বহি কান্দেহি। তাইৰ সেই লয়ণী—যি এগছ কুটা ডুগছ কৰিবলৈ পালে হামবাও কাঢ়ি মৰিছিল—যি লয়ণীয়ে আনকি হাউচ কৰি এচাব ঢেঁকী দিয়াকে মাকে সহিব নোৱাৰিছিল—সেই লয়ণীয়ে মাক জীয়াই থাকোঁতেই পৰৰ ঘৰত গেৰ্‌বাৰি খাটি হাঁ-হুতাশত জীৱন কটাইছে। এয়া কেই পদূলিৰ বাটনো? তাই জানো মাকৰ ঘৰলৈ গুচি আহিব নোৱাৰে? ইস! তাইৰ বাতৰি ল'বলৈ আঘোণী পদোহঁতৰ ঘৰলৈ যাব? হ'লেই বা নিজৰ বুকুৰ সন্তান! সন্মান নহ'লেও মাতৃত্বৰ অভিমান আছে!

বৰুৱাৰ ঘৰত ধান জাৰি মূৰত ধান এপাচি লৈ সন্ধিয়া আঘোণী ঘৰলৈ উভটিছে। আচৰিত কথা, দুৱাৰখন মেলিলে কোনে? ভিতৰত সোমাই মূৰৰপৰা পাচিটো নমাই ইফালে-সিফালে ঘূৰি চাই কাকো নেদেখিলে। ভঙা চাংখনৰ কেঁকমেৰণি শুনি, সেইফালে চকু দি আঘোণীয়ে হতভম্ব হৈ মূৰত হাত দি মাটিত বহি পৰিল। এয়ে তাইৰ লচপচী পখিলী লয়ণী! ইতো মানুহৰ শৰীৰ নহয়— এটা জীৱন্ত জঁকা। আঘোণীৰ নিজৰ ওপৰতেই ভীষণ খং উঠিল—কিয় তাই ইমান দিনে গৈ জীয়েকক মাতি নানিলেগৈ? এনেনো কঠুৱা মাক কেতিয়াবা উপজিছেনে? লয়ণীয়ে পাটীৰপৰা নামি আহি মাকৰ গাত পৰি কান্দিবলৈ ধৰিলে। দুয়ো মাক-জীয়েকে ডিঙিত ধৰাধৰি কৰি উচুপিবলৈ লাগিল। সেইনিশা আঘোণীৰ পঁজাত চাকি জলোৱা নহ'ল। কান্দি কান্দি দুয়ো মাক-জীয়েক টোপনিক লাল-কাল দিলে। টোপনিত উচপ খাই আঘোণীয়ে জীয়েকক বুকুলৈ টানি নি সাৱটি ধৰিলে। সেই বেষ্টনিত আঘোণীয়ে জীয়েকৰ সকলো কলংক, সকলো অপযশ পাহৰি পেলালে। কেচুৱা ছোৱালীবদৰে লয়ণীয়েও কুৰুকি কুৰুকি মাকৰ বুকুত সোমাল।

লয়ণী সৰহদিন নিজীয়ে বুলি সকলোৱে জানিছিল। কোনোমতে যদি সন্তানটি জন্ম হোৱালৈকে জীয়াই থাকে, তেনেহ'লেও ৰক্ষা। আঘোণীৰ প্ৰাণে কিন্তু সৈ নামানিলে। তাই জীয়েকক নতুন প্ৰাণ দিবলৈ লাগি-পৰি গ'ল। চহৰৰ জনা-বুজা কবিৰাজ ফুকনৰ ভৰিত পৰি আঘোণীয়ে হুবাওবাওকৈ কান্দিবলৈ ধৰিলে। ফুকনেও নিজ আয়ত্তত থকা

সকলো ঔষধকে প্ৰয়োগ কৰি প্ৰমাণ চালে ; কিন্তু যাৰ চাউল ঢুকাই আহিছে, তাক বেজ-জ্ঞানীৰ ঔষধ-অনুপানে জীয়াই ৰাখিব কেনেকৈ? পঁয়া লগা ছোৱালী এজনী জন্ম দি, এমাহৰ মূৰত যেতিয়া প্ৰবল ৰক্ত-স্ৰাৱত লয়ণীয়ে চকু মুদিলে, তেতিয়া কথাবাৰ শুনি গাঁৱৰ কোনো আচৰিত নহয়। দুখীয়াৰ দুখৰ কোনো সমভাগী নাই। লোকৰ সহানুভূতি নাপালে অন্তৰৰ শোকে অন্তৰতে গুজৰি-গুমৰি তোলপাৰ লগায়। ইমান শোকৰ খুন্দাতো আঘোণী জীয়াই থাকিল— কোঙা নাতিনীয়েকক মানুহ কৰিবলৈ। ওচৰ-চুবুৰীয়াই ক'লে— "লয়ণী মৰিল ভালেই হ'ল ; কিন্তু এই পঁয়া লগা ছোৱালীজনী এৰি থৈ আঘোণীৰ ডিঙিত ফাঁচ লগালে কিয়?"

আজিৰ আঘোণী আগৰ ৰূপহী নহয়। কোনেও বাটে বাটে বৈ তাইৰ লয়লাস ভংগীলৈ চকু নিদিয়ে। আঘোণী আজি বুঢ়ীমাক—তাইৰ নাতিনী ছোৱালী এজনী আছে। নাতিনীয়েকৰ খোৱা-পিন্ধাৰ বিষয়ে ভাবিয়েই বুঢ়ী ৰাতি-দিন ব্যস্ত। লোকৰ ঘৰে ঘৰে, বাৰীয়ে বাৰীয়ে আঘোণীয়ে বিচাৰি ফুৰে—নাতিনীয়েকৰ মুখত দিবলৈ কিবা ভাল বস্তু পায়নে বুলি। লয়ণীয়েও এদিন পৰৰ বাৰীয়ে বাৰীয়ে ঘূৰি-ফুৰি মাকৰ পৰিতৃপ্তিৰ নিমিত্তে ফল-মূল গোটাইছিল। আঘোণীয়ে আজি তাৰেই প্ৰতিশোধ লৈছে।

সকলোৰে ঘৰে ঘৰে সোমাই বা-বাতৰি লৈ দুপৰীয়া আঘোণী বুঢ়ী আহি ঘৰ সোমাইছেহি। বাজত লেঙেৰা নাতিনীয়েকে অকলে অকলে 'খলিগুটি' খেলিছে। বুঢ়ীমাকক অহা দেখি তায়ো ভিতৰলৈ সোমাই গ'ল। বুঢ়ীমাকে বিহাৰ আঁচলৰপৰা বৰুৱানীয়ে দিয়া ঘিলা পিঠাৰ টোপোলাটো নাতিনীয়েকৰ আগত মেলি দিলে। লেঙেৰীয়ে লৰালৰিকৈ সেই আধা ভজা পিঠা এটা মুখত দি অনুমানতে ক'লে— "বৰ সোৱাদ আই! উকিলনী আয়ে মোলৈ দি পঠিয়াইছে? মই হ'লে কালিলৈ আইহঁতৰ তালৈ যামেই যাম।" তাইৰ মুখত তৃপ্তিৰ হাঁহি বিৰিঙি উঠিল। বুঢ়ীয়ে নাতিনীয়েকৰ আনন্দ দেখি মনতে ভাবিলে— "লেঙেৰী হৈ উপজিলি ভালেই হ'ল। লয়ণীৰ নিচিনাকৈ মোক আৰু এৰি থৈ যাব নোৱাৰিবি।"

# পৰাজয়

## ত্ৰৈলোক্যনাথ গোস্বামী

হঠাৎ কমলাৰ ওপৰত খং উঠি গ'ল। আবেলি কলেজৰপৰা আহি ঘৰৰ ভিতৰ সোমাইছোঁ মাথোন, এনেতে এক অপৰিচিত কণ্ঠস্বৰ কাণত পৰিল, "পোণাকণৰ গাত এডুখৰি গৰম কাপোৰ দিয়া মা।"

নিশ্চয় কোনো অবাঞ্ছনীয় অভ্যাগতৰ অনাৱশ্যকীয় উপস্থিতি—হয়তো কমলাৰ সৰলতাৰ সুযোগ লৈ আহিছে তেওঁকে প্ৰতাৰণা কৰিবলৈ। কমলাৰ ভুল নাভাগিল, চকু মুকলি নহ'ল। ব্যক্তিগত দয়া-কাৰুণ্যৰে পীড়িতৰ দুখ মোচন নহয়—এই সত্য কমলাই উপলব্ধি কৰিব নুখুজিলে, কৰিব নোৱাৰিলে। একাধিকবাৰ প্ৰতাৰিতা হৈছে তেওঁ। তথাপি অভিজ্ঞতাৰ তিক্ততাই তেওঁৰ স্বভাৱৰ সংশোধন অনা নাই। কেলেই? তেওঁ জানো এতিয়া দুটা সন্তানৰ মাক নহয়? তেওঁ জানো সিহঁতৰ ভৱিষ্যতৰ কাৰণে ভাবিব নালাগে, সঞ্চয় কৰিব নালাগে?

কোটটো সোলোকাই বাৰাণ্ডালৈ ওলাই আহিলোঁ। পিৰালিৰ এটা চুকত এজন বুঢ়া মানুহ আৰু পোণাকণ কাষত। বুঢ়াৰ মূৰৰ চুলি আৰু মুখৰ ডাঢ়িগোঁফ কপাহৰদৰে বগা। গাৰ শুকান বগা ৰঙৰ ওপৰত বাৰ্ধক্যৰ নিকৰুণ ছাপ। বুঢ়াৰ গাল দুখন অলপ ভিতৰলৈ সোমোৱা; কিন্তু নাকটো বেছি উন্নত, চকুযুৰিত তেতিয়াও ম্লান জেউতি আৰু ওঁঠত মৰহি যোৱা গোলাপৰ অনুজ্জ্বল ৰঙীণ আভা।

মূৰ তুলি এবাৰ মাথোন মোৰ মুখলৈ চাই বুঢ়াই পোণাকণৰ লগতে খেলিবলৈ ধৰিলে। মোৰ উপস্থিতিৰ লগত যেন তাৰ একো সম্বন্ধই নাই।

"তুমি ক'ৰ মানুহ?" মই প্ৰশ্ন কৰিলোঁ।

বুঢ়াই উত্তৰ নিদিলে, আন কি মোৰ পিনে মূৰ তুলিও এবাৰ নাচালে ! অপৰিচিতৰ এনে অৱজ্ঞাসূচক মনোভাব মোৰ মুঠেই ভাল নালাগিল।

"বোলো তোমাৰ ঘৰ ক'ত?" এইবাৰ মই একপ্ৰকাৰ চিঞৰ মাৰি সুধিলোঁ।

বুঢ়াই গহীনাই উত্তৰ দিলে, "ঘৰ বুলিবৰ ক'তো নাই। এই বহল পৃথিৱীখনেই ঘৰ। আহিছোঁ অকলে যাম অকলে যেতিয়া ঘৰৰ বা প্ৰয়োজন ক'ত?"

খং উঠিল। বুঢ়াৰ এনে দাৰ্শনিক উক্তি স্বাৰ্থপৰতাৰ ওপৰত দিয়া ক্ষণস্থায়ী শুভ্ৰ প্ৰলেপৰ বাহিৰে আন কি হ'ব পাৰে? এনেবোৰ চাতুৰিৰ আঁৰত ইহঁতে নিশ্চয় লোকক ভুৰা দিয়ে, ঠগে।

"ইমান দাৰ্শনিক হ'ব পাৰিলে লোকালয় ত্যাগ কৰি গছৰ তলত, হাবি-বননিত আশ্ৰয় ল'ব লাগে, বুজিছা?"

কমলাই মোৰ কথাবোৰ শুনি বোধহয় বেয়া পালে। ৰান্ধনী ঘৰৰপৰা তেওঁ কৈ উঠিল, "আপুনি হাত-মুখ ধোৱক, চাহ হৈছে।"

বুঢ়া অলপ সময় তলমূৰকৈ ৰ'ল। পিছত লাহে লাহে ভাবি-চিন্তি উত্তৰ দিলে, "তুমি ঠিকেই কৈছা বাপা। গছৰ তলত মই আশ্ৰয় লোৱা উচিত আছিল। কিন্তু পৰা নাই। মই যোগী নহওঁ, সন্নাসীও নহওঁ—ঘোৰ সংসাৰী। সংসাৰৰ সুখ-দুখৰ কামনা-বাসনাই মোৰ কেউদিক আগুৰি আছে! সেয়েহে মই বিচাৰিছোঁ লোকালয়, মৰমিয়ালজনৰ মৰম আৰু স্নেহৰ উম।"

বুঢ়াৰ স্বীকাৰোক্তি শুনি মোৰ মন অলপ কুমলিল, সুধিলোঁ, "তোমাৰ ঘৰত কোন আছে?"

বুঢ়া এইবাৰ উত্তেজিত হৈ উঠিল আৰু ক'লে, "সকলো আছে—পো-বোৱাৰী, নাতি-নাতিনী, মাটি-বৃত্তি, সা-সম্পত্তি—সকলো।"

"তথাপি মাগি ফুৰিছা কেলেই?"

বুঢ়াই এটা হুমুনিয়াহ এৰিলে। "সকলো থাকিলেও মোৰ এতিয়া কোনো নাই। সিহঁত আটায়ে মোক ঘৰৰপৰা বাহিৰ কৰি দিছে। সিহঁতৰ তিতা-কেঁহা মাতত অতিষ্ঠ হৈ মই ওলাই আহিছোঁ, ভাবিছোঁ—বহল পৃথিৱীৰ বুকুত নীৰৱে অকলে ক'ৰবাত মৰিম।"

বুঢ়াৰ কথা বিশ্বাস কৰিবলৈ টান পালোঁ। নিশ্চয় বুঢ়াৰ মূৰৰ বিকাৰ ঘটিছে, নহ'লে এনে কথা নকয়, এনে পাগ্‌লামি নকৰে।

"তুমি বোধহয় সাধুকথাহে কৈছা?"

"সাধু নহয়, সঁচা কথা। তুমি মোৰ আগত থিয় হৈ থকাটো যেনে সঁচা, মই কোৱা কথাও তেনে স'চা। কিন্তু বুজিছোঁ, তুমি মোৰ কথা বিশ্বাস কৰিব পৰা নাই। ল'ৰা মানুহ। সংসাৰৰ চাবিচুক চাবলৈ তোমাৰ সময় হোৱা নাই। মা লক্ষ্মী তোমাৰ ঘৰত আছে, পোণাইঁতে ঘৰ শুৱনি কৰিছে — ঈশ্বৰে সিহঁতৰ মংগল কৰক; কিন্তু সংসাৰৰ নিষ্ঠুৰ আঘাত কেতিয়া, কেনেকৈ, কাৰ ওপৰত পৰে ক'ব নোৱাৰি। দিন বেয়া হ'লে, শৰীৰৰ শক্তি-সামৰ্থ্য কমি গ'লে, আপোনজনৰ নিৰ্দয় আচৰণে মানুহক থলিয়া কৰি তোলে। যাতনা-বেদনাত মানুহে মৰণ কামনা কৰে; কিন্তু তাৰ শীতল পৰশ সহজে নাপায়।"

ইনানবোৰ কথা বুঢ়াই একেলগে কৈ পেলাব বুলি মই ভবা নাছিলোঁ। হয়তো বুঢ়াৰ অন্তৰত বেদনাৰ শেল পোত গৈ আছে, হয়তো নিজৰ দোষ ঢাকি বুঢ়াই আনৰ ওপৰত অন্যায়ভাৱে নিষ্ঠুৰতাৰ বোজা তুলি দিছে! কোনটো সঁচা বুজা টান। মানৱ চৰিত্ৰ জটিল।

কমলাই বুঢ়াৰ আগত এগিলাছ চাহ আৰু অলপমান জলপান থ'লে। ময়ো বান্ধনী ঘৰৰ ভিতৰ সোমালোঁ।

গৃহিণীৰ চকুৱে-মুখে এটি অসন্তোষৰ ভাব প্ৰকাশিত হৈ উঠিছে। বুঢ়াক নানান প্ৰশ্ন কৰাত তেওঁ নিশ্চয় ভাল পোৱা নাই। কিন্তু ঘৰৰ গৃহস্থ হিচাপে মোৰ জানো ইয়াত ক'বলগীয়া একো নাই? ঘৈণীৰ মৰমৰ অনুশাসনৰ দাসত্ব একেদৰে কিমান দিন কৰিম বাৰু?

চাহৰ পিয়লাটো তুলি হাতত ল'লোঁ।

"মিছামিছি প্ৰশ্ন কৰি বুঢ়াৰ মনত দুখ নিদিব। ৰাতিটো কটাই বুঢ়াই নিজে পুৱাতে আঁতৰি যাব।" কমলাই লাহে লাহে বুজনি দিলে।

মোৰ মনৰ মাজত থূপাই থোৱা খং আটাইবোৰ একেলগে প্ৰকাশিত হৈ পৰিল, "এইবোৰ তোমাৰ বলিয়ালি। তুমি মোৰ সৰ্বনাশ কৰিবা আৰু ল'ৰা দুটাৰ মূৰ খাবা।"

কমলাৰ চকুপানী বৈ আহিল, কিন্তু মুখেৰে নামাতিলে। মোৰো চাহটোপা সুখেৰে খোৱা নহ'ল। কমলাৰ ওপৰত মোৰ খং উঠিছে, ভীষণ খং উঠিছে। মনত ইচ্ছা হৈছে যে কমলাক শাস্তি দিবলৈ বুঢ়াক ঘৰৰপৰা বাহিৰ কৰি উলিয়াই দিওঁ।

বুঢ়াই ইতিমধ্যে চাহ-জলপান শেষ কৰি তলমূৰকৈ কিবাকিবি ভাবি আছে। অলপ পিছত টোপোলাটি কানত ওলোমাই সি লাখুটিডাল হাতত তুলি ল'লে।

"মা, মই আহিলোঁ। ঈশ্বৰে তোমাৰ মংগল কৰিব।"

নিমিষতে ৰান্ধনী ঘৰৰপৰা ওলাই আহি কমলাই বাধা দিলে। "এনে ফেৰফেৰিয়া বতাহ, পুহমহীয়া গধুলি— জাৰত কষ্ট পাবা। ৰাতিটো থাকা। মোৰ কোনো অসুবিধা নহয়। আমি যদি থাকিব-খাব পাৰোঁ, তুমিও পাৰিবা।"

"নহয় মা মোক বাধা নিদিবা। গছৰ তলত আৰু আনৰ বাৰাণ্ডাত অনাহাৰে-অনিদ্ৰাই ৰাতি কটোৱা অভ্যাস এই বুঢ়াৰ আছে। মোৰ কাৰণে ইমান মৰম দেখুৱাইছা কিয় মা ? মই বাটৰ ভিকহু। মানুহে মোক লেই-লেই চেই-চেই কৰে। মোৰ আপোনজনে মোক কুকুৰৰদৰে ঘৰৰপৰা খেদি দিয়ে।"

বুঢ়াৰ চকুপানী ওলাই গ'ল।

"মই বুজিছোঁ, তুমি তেখেতৰ কথাত বেয়া পাইছা, খং কৰিছা ; কিন্তু খং এৰা, নাযাবা। এই ঘৰ অকল তেখেতৰে নহয়, মোৰো।"

এইবাৰ ধৈৰ্য্য হেৰুৱাই মই চিঞৰি উঠিলোঁ, "কমলা।"

"আপুনি মনে মনে থাককচোন। খোজত কঁপি কঁপি ফুৰা অৱস্থা এই মানুহজনৰ। এনে ফেৰফেৰিয়া বতাহত ওলাই গ'লে বাটতে পৰি মৰি থাকিব। তেতিয়া কাক পাপে চুব বাৰু ?"

"পাপ-পুণ্যৰ কথা এৰি পেলোৱা কমলা। কিন্তু ভাবি চোৱাঁ, এনে অৱস্থাত এই বুঢ়াক পো-বোৱাৰীয়ে ঘৰৰপৰা উলিয়াই দিয়াৰ কাৰণ কি ? বুঢ়াৰ স্বভাৱ ভাল হোৱা হ'লে —"

বুঢ়া এইবাৰ খঙত জ্বলিপকি উঠিল আৰু চিঞৰি ক'বলৈ ধৰিলে, "অকল মোকেই নহয়, মোৰদৰে চাৰিকুৰি বছৰ জীয়াই থাকিলে তোমাকো পো-নাতিহঁতে ঘৰৰপৰা গতিয়াই উলিয়াই দিব। তেতিয়া বুজিবা মোৰ,

অৱস্থা। সেই কিনাৰাম, এজন দুৰ্ভগীয়া — সিদিনা মৰিল সি। মৰিল নে তৰিল। কিমান যাতনা নুভুগিলে বেচেৰাই, কিমান তিতা মাত নুশুনিলে সি। দুবছৰ হ'ল, সঞ্জয় নিৰুদ্দেশ হৈছে। নিৰুদ্দেশ কি, বোধহয় ক'ৰবাত আপোনঘাতী হৈছে। আৰু মোৰ হৈছে এই অৱস্থা। ময়ো যাম, বেছিদিন আনক আমনি নিদিওঁ।"

কঁপি কঁপি লাখুটিৰ ওপৰত ভৰ দি বুঢ়াই খোজ ল'লে। কমলাই অনুনয়-বিনয় কৰিলেও বুঢ়া গৈয়ে থাকিল। মই বাধা নিদিলোঁ, বুঢ়াক থাকিবলৈ নকলোঁ। সঁচাকৈয়ে বুঢ়াৰ যদি মৰণ আছে, মই তাক বচাব নোৱাৰোঁ, সি মোৰ সাধ্যাতীত। বিশেষতঃ আৱৰ্জনাবোৰ এনেদৰে আঁতৰি গ'লে জানো কিবা ক্ষতি হ'ব ?

বুঢ়া বৰ দুৰ্বল হৈ পৰিছে, সন্দেহ নাই। বহি থকা অৱস্থাত তাক ইমান দুৰ্বল বুলি ভবা নাছিলোঁ। তাৰ মুখৰ ওপৰত থকা ক্ষীণ জেউতিয়ে অংগ-প্ৰত্যংগৰ শিথিলতা লুকাই ৰাখিছিল ; কিন্তু এতিয়া দেখিবলৈ পাইছোঁ — বুঢ়াই কঁপি কঁপিহে আগবাঢ়িছে। বাহিৰৰ বতাহ কমা নাই। জাৰ লাগিছে। কোটটো দুনাই পিন্ধি ল'বৰ মন গৈছে। তেতিয়াও বুঢ়া মোৰ চকুৰ আঁতৰ হোৱা নাই। দেখিবলৈ পালোঁ, — তাৰ গাত গৰম কাপোৰ নাই, ভৰিত জোতা নাই, মোজা নাই। এইবোৰ মানুহে নিশ্চয় অভ্যাসৰ বলতে এনেদৰে ফুৰে। ইমান বয়সলৈ জীয়াই থাকিলে আমি বোধহয় পংগু হৈ পৰিম। তেতিয়া যদি সকলো বন্ধন ছিঙি ঘৰৰপৰা ওলাই যাবলগীয়া হয়! তেতিয়া যদি অকলশৰীয়া হৈ পৰোঁ! এটি অজানিত আশংকাত যেন মোৰ মন ভাৰাক্ৰান্ত হৈ পৰিল। সান্ত্বনা লভিবলৈ যত্ন কৰিলোঁ—বুঢ়াই নিশ্চয় মোক অভিশাপ দিয়া নাই।

কমলাই তেতিয়াও চকুপানী মচি আছে। তেওঁৰ চকুত মই হয়তো সিদিনা নিষ্ঠুৰতাৰ এক পাষাণ মূৰ্তি। আচাৰ-ব্যৱহাৰ আৰু কথা-বতৰাৰ মাজেদি সিদিনা মোৰ চৰিত্ৰতো যি ক্ৰুৰতা ফুটি উঠিছে তাৰ অভিজ্ঞতা কমলাৰ পক্ষে নতুন। সেইবাবে তেওঁ দুখ পাইছে। তেওঁৰ কল্পলোকত থকা দেৱত্বৰ ভূষণ মোৰ গাৰপৰা সিদিনা সুলকি পৰি মোৰ কদাকাৰ নগ্ন ৰূপটো তেওঁৰ আগত প্ৰকাশিত কৰি তুলিছে। ঘৈণীৰ ওচৰত মোৰ

দেৱত্বৰ দাবী নাই। মই মানুহজনৰ স্বৰূপ ইমানদিনে তেওঁ বুজি পোৱা উচিত আছিল। মই দেৱতা নহওঁ, পশুও নহওঁ— মানুহ। ভালদৰে থকা-খোৱাৰ আকাংক্ষা মোৰ মনত আছে, সুখ-সম্ভোগৰ কল্পনাত মই ভোল যাওঁ ভৱিষ্যৎ বিপদৰ চিন্তাত মই আতংকিত হওঁ।

ল'ৰা ছুটাক কমলাই বিছনাত শুৱাই থৈছে। মই এখন কিতাপ খুলি আগত লৈছোঁ— 'ডাছ কেপিটেল'। কিন্তু কিতাপৰ ভিতৰত সোমাব পৰা নাই। অনুভৱ হৈছে— যুক্তিবোৰৰ মাজে মাজে যেন ফাঁক্ ৰৈ গৈছে।

বাতি ভালকৈ খোৱা নহ'ল, শোৱা নহ'ল। বাহিৰত হিম পৰিছে। বতাহে মূৰ শিতানৰ পিনে থকা খিৰিকীখন মাজে মাজে কঁপাই তোলে। চকু লাগিলেও সাৰ পাওঁ— বুঢ়ালৈ মনত পৰে। কি কুক্ষণত এই আপদীয়া বুঢ়াটো মোৰ ঘৰত উপস্থিত হৈছিলহি। তাৰ কাৰণেই আজি মোৰ শান্তি-পূৰ্ণ ঘৰখন অশান্তিৰ বা-বতাহে ছানি পেলাইছে। আৰু কমলা? কমলাই নিশ্চয় এইবাৰ ভাল শিকনি পাইছে; কিন্তু দুখ লাগে এইবুলি যে বেচেৰীৰ মনত বোধহয় অন্যায়ভাৱে আঘাত হানিলোঁ। ৰাতিপুৱালৈ তেওঁ পাহৰি যাব নিশ্চয় পাহৰি যাব। মাইকী মানুহবোৰ এনেকুৱাই। কোনো কথাত লাগিলে হঠাৎ তাক এৰি নিদিয়ে আৰু এবাৰ এৰি দিলে তাক পাহৰি পেলায়। কমলাৰ নিশ্চয় টোপনি আহিছে। শোৱক, টোপনি আহিলে শান্তি পাব, সকলো পাহৰি যাব। বেচেৰীৰ খোৱা নহ'ল — মই বৰ কঠোৰ হৈ পৰিলোঁ হ'বলা। সদায় মৰম-স্নেহ পাই অহা কমলাই আজিৰ এই সাধাৰণ কথাতেই ভাগি পৰিল। তিৰোতাবোৰৰ ভেম কম নহয়। কমলাইচোন বিছনাত ইকাটি-সিকাটি কৰি আছে। তেনেহ'লে তেওঁৰো চকুত টোপনি নাই? তেৰোঁ মোৰদৰে এই অৱহেলিত অপৰিচিত কথাকে ভাবি বাগৰি আছে? বুঢ়া বাৰু আমাৰ কোন? আজিৰ যুগত আপোনজনৰ কথা ভাবিবলৈ মানুহৰ অৱসৰ নাই, অথচ এক অচিনাকি আগন্তুকৰ চিন্তাত আমাৰ টোপনি নাহে! ইও এক জীৱনৰ বিচিত্ৰ অভিজ্ঞতা। এইবোৰ কমলাৰ পাগ্‌লামি। বাটৰপৰা ভিকহু বুটলি আনি অনাহকত নিজৰ যাতনা-বেদনা বঢ়াই তোলে। বুঢ়া গুচি গৈছে, হয়তো ক'ৰবাত সুখৰ টোপনিত লালকাল হৈ পৰিছে আৰু আমি আছোঁ,

উজাগৰে। নিশ্চয় বুঢ়াই তুনাই আমাৰ ঘৰলৈ নাহে। মোৰ আচৰণৰ সিফালে লুকাই থকা ব্যক্তিসত্তাৰ পৰিচয় সি নিশ্চয় পাইছে। মোৰ তত্ত্বান্বেষী যুক্তিবাদী মনটো নিশ্চয় প্ৰশ্নৰ মাজেদিয়েই ওলাই পৰিছে। বুঢ়াই বাকী ৰাতি খপিলে ক'ত? তাৰ অসহায় অৱস্থাৰ কথা ভাবিলে দুখ লাগে, সহায়-সহানুভূতিৰ কল্পনাৰে অন্তৰ কুমলি উঠে। এনেজন বুঢ়াক পো-বোৱাৰীহঁতে যেদি উলিয়াই দিলে কিয়? দোষ বুঢ়াৰেই হ'ব লাগিব। দোষীৰ শাস্তিভোগ বিধাতাৰ বিধান। পাওক, বুঢ়াই শাস্তি পাওক। তাৰ প্ৰতি স্নেহ-মৰম দেখুৱা এক অমাৰ্জনীয় দুৰ্বলতা। সি বাকু চাৰিকুৰি বছৰলৈ জীয়াই আছে কিয়?

নানান কথা ভাবি ভাবি থাকোঁতে শেষৰাতি কেতিয়াবা টোপনি আহিল। লেপখন মূৰৰ ওপৰলৈ তুলি লৈ শুই পৰিছোঁ। ৰাতি কেতিয়া পুৱাইছে ক'ব নোৱাৰোঁ। হঠাতে শুনিবলৈ পালোঁ, অতি ব্যস্ততাৰে কমলাই মোক মাতিছে, "উঠকচোন উঠক, সোনকালে উঠক।"

একেজাপেই বিছনাত উঠি বহি দেখিবলৈ পালোঁ কমলাৰ চকুত তেতিয়াও পানী। "কি হৈছে? কান্দিছা কেলেই?" মই অধৈৰ্য্য হৈ চিঞৰি দিলোঁ।

"বুঢ়া মানুহজন আমাৰ বকুল তলত পৰি আছে। মাতিলেও নামাতে। বোধহয় মৰিছে।"

"মৰিছে!"

মূৰে-গায়ে চাদৰখন মেৰাই বাহিৰলৈ ওলাই আহিলোঁ। বাহিৰত ঘন কুঁৱলীৰ ডাঠ আৱৰণ। গছ-পাতবোৰৰপৰা টোপাটোপে নিয়ৰ পৰিব ধৰিছে। বেছ ঠাণ্ডা— গা যেন কাটি নিয়ে।

পদূলিমুখৰ বকুলজুপিৰ তলত বুঢ়াৰ অৱসন্ন দেহ বাগৰি পৰি আছে। যেন এডোখৰ শুকান কাঠৰ টুকুৰা। তাৰ হাত ভৰি চেঁচা হৈ গৈছে। নাড়ীৰ স্পন্দন অনুভৱ কৰিব নোৱাৰি, নাড়ী যেন হাড়ৰ ভিতৰলৈ বহি গৈছে। কিন্তু বুকুখনত অলপ তাপ আছে আৰু নাকৰ মাজেদি পাতল উশাহ-নিশাহ অহা-যোৱা কৰি বুজাই দিছে জীৱন-মৰণৰ এক সন্ধিক্ষণ।

বুঢ়াৰ কাষত কমলাই একুৰা জুই ধৰি দিছে, দুটা বটলত গৰমপানী ভৰাই, হাত-ভৰিৰ কাষত থৈছে। মই কমলাৰ চকুৰ পিনে চাব পৰা

নাই। নিজকে নিজে অপৰাধী যেন লাগিছে। এটা সাধাৰণ কথাৰ এনে করুণ সমাপ্তি ঘটিব বুলি মোৰ যুক্তিবাদী মনে কেতিয়াও ঢুকি পোৱা নাছিল ; কিন্তু অনুভূতিৰ প্ৰসাৰিত কমলাৰ অন্তঃকৰণত হয়তো এই ছবি আপোনা-আপুনি ফুটি উঠিছিল আৰু তাৰ কাৰণেই তেওঁ অনুনয়-বিনয় কৰিছিল, মৰমৰ আকলুৱা বুঢ়াক এফেৰি মৰম দেখুৱাবলৈ ব্যগ্ৰ হৈ উঠিছিল।

বুঢ়াৰ একপ্ৰকাৰ শেষ অৱস্থা। মৃত্যুৰ লগত যুঁজিবলৈ বুঢ়াৰ শৰীৰত শক্তি নাই, বুজিছা কমলা ?"

কমলাই মোৰ কথাত কাণ নিদিলে। তেওঁ ব্যস্ত। বুঢ়াৰ চকুৱে-মুখে বিশৃংখল হৈ পৰি থকা চুলিকেইডাল লাহে লাহে তেওঁ আঁতৰাই দিলে, কপালখন পিহি দিব ধৰিলে। বুঢ়াৰ গাল দুখন সোমাই গৈছে, কাণৰ লতি হালি পৰিছে ; কিন্তু কমলাৰ হাতৰ মৃদু পৰশতেই হয়তো হঠাৎ বুঢ়াই শেঁতা পৰা চকু দুটা বহলকৈ মেলি দিলে। তাৰ মুখৰপৰা ওলাই আহিল এটি মাথো শব্দ 'মা'। তাৰ মুখখন মেলখাই ৰ'ল, যেন মুখৰ ভিতৰত একেটি মাথোন শব্দৰেই ধ্বনি-প্ৰতিধ্বনি বাগৰি থাকিল। কমলাৰ চকু-মুখ উজ্জ্বল হৈ উঠিল।

"অলপ গৰম গাখীৰ লৈ আহক।"

মন্ত্ৰমুগ্ধৰদৰে মই ঘৰলৈ খোজ ল'লোঁ আৰু গাখীৰ আনি কমলাৰ হাতত তুলি দিলোঁ। চামুচেৰে এটোপ-দুটোপকৈ কমলাই বুঢ়াৰ মুখত গাখীৰ পেলাই দিবলৈ ধৰিলে। অসহায় শিশুৰদৰে চকু মুদি বুঢ়াই সেপ ঢুকিলে। কেইটোপমান গাখীৰ দুয়ো কোৰাৰিয়েদি বাগৰি গ'ল। নাজানো কেনেকৈ মৰণৰ দুৱাৰদলিত বাগৰি থকা অসহায় অস্ফুট আৰ্তনাদৰ ধ্বনি মোৰ প্ৰাণত বাজি উঠিল আৰু অন্তৰৰ সুপ্ত মানৱতাক জগাই তুলিলে। সহানুভূতিৰে উদ্বেলিত অন্তৰ ওপোচাই বুঢ়াক সাৱটি ধৰিবলৈ মোৰ মন গ'ল ; লগতে ধিক্কাৰ লাগিল মনত। ময়েই জানো তাক ৰূঢ় আচৰণেৰে মৃত্যুৰ সৰ্বগ্ৰাসী মুখলৈ গতিয়াই দিয়া নাই ? এজনক জীৱন দান কৰিবৰ ক্ষমতা নাই, অথচ নিৰ্মম আচৰণেৰে এজনক মৰণৰ পথলৈ আগুৱাই দিছোঁ। নোৱাৰেঁা, বুঢ়াক এনেদৰে মৰিবলৈ এৰি

দিব নোৱাৰোঁ। যদি সঁচাকৈয়ে বুঢ়াই জীৱন ফিৰাই নাপায় তথাপি মৰণৰ আগমুহূৰ্ততো বুজি পাওক— পৃথিৱীৰ মানুহৰ বুকুত মৰম-স্নেহৰ উঁহ আছে। বাহ্যিক ৰূঢ়তাৰ কঠোৰ আচৰণ ভাঙি-ছিঙিও সি নিজৰি ওলাই মৰতত শান্তি পানী ঢালে।

এখন চিঠি লিখিলোঁ ডাক্তৰ বৰুৱালৈ। তেওঁ যেনে আছে তেনেই আহিব লাগে, মৃত্যুৰ লগত যুঁজি ক্লান্ত হোৱা অৱহেলিত এক আগন্তুকৰ প্ৰাণদান কৰিব লাগে।

মই নিজেই বুঢ়াৰ ওচৰলৈ গৈ গৰমপানীৰ বটল হাতত তুলি ল'লো। বুঢ়াৰ গাতো চেঁচা পৰি গৈছে। এই শুকান শৰীৰৰ মাজেদি বৈ থকা কেঁচা তেজবোৰ যেন এটোপ-ছুটোপকৈ মৰণে খাই পেলাব ধৰিছে। খাওক তথাপি বাধা দিব লাগিব। জানো, নিয়তিৰ লগত যুঁজ কৰি কেৱে জয়ী হ'ব নোৱাৰে। তথাপি চেষ্টা কৰিম, নিয়তিক বুজাই দিম— এই জীৱন মৰণৰ ক্ষেত্ৰত এই হতভগা অকলশৰীয়া নহয়, তাক সহায় কৰিবলৈ দুৰ্বল হ'লেও সৈনিক আছে।

"আপুনি পোণাহঁতক চ'কগৈ এবাৰ।" কমলাই লাহেকৈ মাত লগালে। "কপাহীয়ে সিহঁতক চাব কমলা। আমাৰ পৰিচৰ্য্যাৰে এই বুঢ়াক আমি বচাব লাগিব। এদিনৰ কাৰণে হ'লেও এই বিনন্দীয়া সংসাৰৰ মাধুৰ্য্যৰ পৰশ বুঢ়াই পাই যাওক, এয়ে মোৰ কামনা।"

যুক্তিবাদী মোৰ মনৰ ওপৰত যেন প্ৰগাঢ় অনুভূতিৰ এক প্লাৱন আহি পৰিছে। চকুৰ পানী নিজৰিব খুজিলেও মোৰ প্ৰসাৰিত অন্তৰত এক নতুন সত্য ভাহি ফুৰিছে। মোৰ সংকুচিত ব্যক্তিসত্তা প্ৰসাৰিত হৈ মোক যেন কৈ দিছে, 'বচাব লাগিব, ত্যাগ স্বীকাৰ কৰি হ'লেও বুঢ়াক মৃত্যুৰ মুখৰপৰা উদ্ধাৰ কৰিব লাগিব।'

ডাক্তৰ আগত থিয় হ'লহি। "বৰুৱা, বুঢ়াক যেনেতেনে প্ৰকাৰে বচাই দিয়ক। যাতনা-বেদনাত জৰ্জৰিত বুঢ়াই দুখ পাইছে, বহুতো দুখ পাইছে জীৱনত। এতিয়া মই বুজিব পাৰিছোঁ কি বেদনাত এই পুহমহীয়া নিশা, নিৰৱে অকলে গছৰ তলত পৰি বৈ সি আপোনঘাতী হৈছে।"

পাতল উশাহৰ লগে লগে বুঢ়াৰ গলৰপৰা এটা শব্দ ওলাইছে, বোধহয় কফ লাগিছে। তেনেহ'লে এয়েই জানো মৰণৰ ওচৰত তাৰ আত্মসমৰ্পণৰ সংকেত ?

"প্ৰফেছাৰ হাজৰিকা, আমি ডাক্তৰ, ঔষধ দিবহে পাৰোঁ। প্ৰাণ-দানৰ ক্ষমতা আমাৰ হাতত নাই। বুঢ়াক পৰিচৰ্য্যা কৰি আপুনি মহত্ত্বৰ চিনাকি দিছে— ভাল কৰিছে। লোকে আপোনাৰ শলাগ ল'ব। কিন্তু এই ক্ষেত্ৰত ঔষধ প্ৰয়োগৰ স্থান নাই। ধূপ-ধুনা লগাওক। যাবলৈ ওলাইছে, আগবঢ়াই বুঢ়াক যাবলৈ দিয়ক। দুখ নকৰিব।"

ডাক্তৰ বৰুৱাৰ কথাত মোৰ চকুৰেদি চকুপানী বৈ আহিল। বুজিলোঁ, যি ভুল এবাৰ কৰিলোঁ তাৰ সংশোধন এই জীৱনত দুনাই নহ'ব। বুঢ়াৰ মুখৰ ওচৰলৈ আগবাঢ়ি গৈ মাতিলোঁ, "ককা, ককা!" মনত ইচ্ছা হ'ল মৰণৰ আগমুহূৰ্তত স্বীকাৰ কৰোঁ— মোৰ সংশয়বাদী মনে এটা ভুল কৰিছিল, ডাঙৰ ভুল কৰিছিল।

বুঢ়াই চকু দুটা মেলিবলৈ যত্ন কৰিলে আৰু কিবা যেন ক'বও খুজিলে ; কিন্তু কথা ফুটি নোলাল। মৰণৰ উপকূলত থিয় দি যদি কিবা চিঞৰি কৈছিল মই নুশুনিলোঁ।

কমলাই ভগৱানৰ নাম উচ্চাৰণ কৰিলে। মই বুঢ়াৰ মুখৰ পিনে ৰ' লাগি চাই আছোঁ। হঠাৎ দেখিলোঁ বুঢ়াৰ মুখখন মেল খাই গ'ল আৰু লগে লগে উশাহ-নিশাহো বন্ধ হ'ল।

অজ্ঞাতে মোৰ চকুৰপৰা পানী নিজৰিবলৈ ধৰিলে। বুঢ়াৰ মৃত্যুত মোৰ অন্তৰত এটি হাহাকাৰৰ আৰ্তনাদ বাজি উঠিল।

"এক দুৰ্ভগীয়া শান্তিধামলৈ গুচি গ'ল। যাহ'ক, মৰণৰ আগমুহূৰ্তত এটোপা পানী দুৰ্ভগীয়াৰ মুখত তুলি দিয়াৰ সৌভাগ্য আমাৰ হৈছে।"

নিষ্কলুষ অন্তৰেৰে কমলাই তেওঁৰ কৰ্তব্য কৰিলে। সেইবাবে তেওঁৰ মুখৰ, ওপৰত শান্তি আৰু স্থিৰতা বিৰিঙি আছে ; কিন্তু মোৰ অন্তৰত জ্বলিছে অনুতাপৰ তুষানল। কমলাই জানো তাক দেখিছে ?

# কোন এওঁ নতুন মিৰাণ্ডা

ৰমা দাস

যুদ্ধৰ পিছৰ দিনবোৰ।

ৰাতিপুৱা চাহ কাপ খাই এড়ি চাদৰখন মূৰে-গায়ে ঘুম মাৰি লৈ, মই এনেয়ে কিবা-কিবি আকাশলৈ চাই বহি আছোঁ।

শ্বিলঙৰ জুলাই মাহ। আকাশত যেন ৰ'দ আৰু বৰষুণৰ ধুনীয়া এটি খেল চলিব লাগিছে। চপৰা-চপৰি ক'লা মেঘবোৰ হঠাতেই লৰি আহি আকৌ সেইদৰে ক'ৰবালৈ লৰি গুচি গৈছেগৈ। ক'তো যেন ভালকৈ থিতাপি লাগিব পৰা নাই। থিতাপি লাগিব পাৰিলেই, অনুমান হয়, ভাল এজাউৰি বৰষুণেৰে সিহঁতে গোটেই পৃথিৱীখনকে ধূৱাই পেলাব।

নাঙ্গানো কেলৈ সেই উৰিযোৱা মেঘবোৰলৈ চাই মোৰ হঠাতেই যুদ্ধখনলৈ ঠিক মনত পৰি গ'ল। ভাবিলোঁ, যুদ্ধখনো ঠিক এই দৰে এদিন আহিছিল আৰু এই দৰে গুচি গ'লগৈ।

কত দেশৰ, কত ধৰণৰ বিভিন্ন মানুহ। সৈন্য-সামন্ত, যুদ্ধৰ আহিলা-পাতি, বয়-বস্তু, কত কাৰবাৰ-অ-কাৰবাৰ, উখল-মাখল, টকাৰ ঝনঝননি! ক'ৰপৰা আহিল; আৰু সেইবোৰ কলৈ গ'লগৈ? ভাবিলে ঠিক যেন মেঘৰ খেলাবদৰেই লাগে।

বেছি নালাগে, মোৰ ঘৰৰ আগৰ সেই অমূল্যৰ চাহৰ দোকানখন। যুদ্ধৰ আগতে, সি কেনে জুপুকা মৰা, নগণ্য সৰু দোকান এখন আছিল! কেইখনমান কাঠৰ ভগা বেঞ্চি, জৱাহৰলালৰ ফটো এখন, ঠেৰু ভগা কাপ গোটাদিয়েক, বয়ামৰ ভেঁকুৰা বিস্কুট কেইখনমান, এয়ে, তাৰ সম্বল; কিন্তু যেই যুদ্ধৰ বতাহ লাগিল, সিয়েই কিমান ডাঙৰ "ৰেস্তোৰাঁ" এখন হ'লগৈ। মদ-মঙহ-মনোহাৰী সকলো বস্তুকে তাত পোৱা যায়। দিনে-নিশাই কত দেশৰ, কত বিভিন্ন বেশৰ চিপাহীৰ তাত হেন্দোল-দোপ, চিঞৰ-বাখৰ, মৰামৰি।

কিন্তু আজি আকৌ সেই সকলোবোৰ যেন তেনেই চেঁচা পৰি সেমেকি গ'ল।

ঠিক এইবোৰ কথাকে ভাবি মই সেইদৰে বহি আছিলোঁ।

এনেতে সমুখত দেখোঁ—গোমৰ সিং।

গোমৰ সিং, সি নিতান্ত সৰু খাপৰ খৰি বেচা এটা "দাজু" হ'লেও তাৰ লগত মোৰ বহু দিনৰ পৰিচয়। মই যেতিয়া চাকৰি বিচাৰি আহি, প্ৰথমতে লাবানৰ 'আসাম মেছ'ত উঠোঁ, সি আমাৰ মেছৰ পাছফালেই বাৰীৰ চুকত, কেৰাচিনটিনৰ সৰু চালিঘৰ এটা সাজি আছিল। তাৰ কাঞ্চীজনীয়ে চুবুৰিৰ ঘৰে ঘৰে ঠিকা কাম কৰি ফুৰিছিল আৰু সি আমাক সকলোকে যোগাইছিল খৰি, হয়তো বজাৰৰপৰা মূৰেৰে কঢ়িয়াই, নাইবা ৰাতি হাবিৰপৰা চোৰাংকৈ কাটি আনি।

কিন্তু যুদ্ধ যেতিয়া আহিল, এই গোমৰ সিঙেই হৈ উঠিলগৈ কিমান ডাঙৰ এটা খৰিৰ কাৰবাৰী! সি লাবানৰ সেই ভগা চালিখন এৰি, ঘৰ ল'লেগৈ ৰিলবঙত। ঠিক কেণ্টনমেণ্টৰ ওচৰতেই। তাৰ ঘৰৰ সমুখত, খৰি, কয়লা আৰু 'কোক'ৰ কি প্ৰকাণ্ড 'ডিপো'! ছাইনব'ৰ্ডত ডাঙৰ আখৰেৰে লিখা—"গোমৰ সিং এণ্ড কোং। মিলিটেৰীৰ ফুৱেল কণ্ট্ৰেক্টৰ এণ্ড ছাপ্লায়াৰ।"

সঁচাকৈয়ে তাৰ ডিপোলৈ খৰি নিবলৈ অহা মানুহৰ তেতিয়া কি জুমুৰি! কিমান গাড়ী-ঘোঁৰা, লৰি, ট্ৰাক তাৰ ইয়ত্তা নাই। দহ-বাৰজন মানুহে খৰি, কাঠ আৰু কয়লা জুখি তৰণি নাপায়।

কিন্তু আজি সেই সকলোবোৰ তেনেই নিশ্চিহ্ন হৈ গ'ল! ক'ৰবালৈ গ'ল সেই ডিপো, গাড়ী-ঘোঁৰা, মানুহ আৰু ট্ৰাকবোৰ। ক'ৰবালৈ গ'ল সেই প্ৰকাণ্ড ছাইনব'ৰ্ডখন।

ক'বলৈ গ'লে গোমৰ সিঙৰ আজি কোনো কাৰবাৰেই নাই। সি কেৱল সেই তাৰ আগৰ যুগৰ মিলিটাৰী অভাৰকোট আৰু বুটযোৰ লগাই, মূৰত বঙা মাফলাৰ এখন মেৰাই এনেয়ে কাকত-পত্ৰ কিছুমান লৈ, অতি ব্যস্ত হৈ আলি-বাটে আলি-বাটে ঘূৰি ফুৰে। শুনিছোঁ তাৰ

কাঞ্চীজনীয়ে "হাইহিল" এৰি আকৌ সেই মানুহৰ ঘৰৰ ঠিকা কাম কৰা আৰম্ভ কৰিছে ।

সকলো জানিও একো নজনাৰদৰেই সুধিলোঁ—"গোমৰ সিং ! কি খবৰ তোৰ ? কেনে চলিছে ৰোজগাৰ ?" বাৰাণ্ডাৰ খটখটীখনতে সি লেপেটাকাঢ়ি বহি লৈ, ভাগৰ পলুৱাই সি ক'লে –"কি কম হুজুৰ । মন্দা—বৰ মন্দা । দিনকাল কোনোমতে নচলাত পৰিছে । কাৰবাৰ বুলিবলৈতো আৰু একোৱেই নাই । যি আছিল সেই যুদ্ধৰ দিনতেই গ'ল । এতিয়া একমাত্ৰ সম্বল হৈছে মোৰ সেই পুৰণি বাকীৰ পাব-লগীয়া টকাকেইটা ; কিন্তু যিহে দিন-কাল পৰিছে, কেতিয়াবা যে তাক আদায় কৰিব পাৰিম তাৰ কোনো আশাই দেখা নাই । যাৰ ওচৰলৈ যাওঁ সিয়ে সেই একে কথাকে কয়—এই মাহত বৰ টান । ঘৈণীৰ অসুখ । ল'ৰাৰ পৰীক্ষা । অহা মাহলৈ আহিবা, যি পাৰোঁ চেষ্টা কৰি চাম ; কিন্তু প্ৰত্যেক মাহতে এনে কৰিলে, মোৰ এইফালে কেনেকৈ চলে হুজুৰ ? কিয়নো মোৰোতো এখন সংসাৰ আছে, ল'ৰা-তিৰোতা আছে, ধনীৰ ধাৰ আছে ! অইন সকলোৱে মানিলেতো ধনীয়ে নামানে !"

আপুনি বোধকৰোঁ নাজানে, যুদ্ধৰ দিনতে কাৰবাৰটো ডাঙৰ কৰাৰ কাৰণে বদ্ৰিদাস কেঞাৰপৰা মই দুশ টকা ধাৰলৈ আনিছিলোঁ । সিয়ে এতিয়া সুতে-মূলে সাতশ হৈছেগৈ । যুদ্ধৰ দিনত যেতিয়া মোৰ হাতত অপ্ৰৰিত টকা আছিল, সেই ধাৰ মৰাৰ কথা নাভাবিলোঁ, । ভাবিছিলোঁ, কাৰ টকা কোনে খায় ? যদি নমৰি থাকোঁ, লাগে পিছত কেতিয়াবা দিম ; কিন্তু চাওঁতে চাওঁতে যুদ্ধও গ'ল, টকাও নাইকিয়া হ'ল, এতিয়া মই ধাৰ মাৰোঁ কেনেকৈ ? ইয়াৰ আগতে কাঞ্চীৰ হাতৰ-কাণৰ যি আছিল, সোপাকে এদিন বদ্ৰিদাসে লৈ গ'ল । কালি আহি-ছিল সি আকৌ মোৰ ঘোঁৰাটো আৰু গাড়ীখন নিবলৈ । নিদিলোঁ । ক'লোঁ,—যদি ইয়াকো নিয় তেনেহ'লে মই খাম কেনেকৈ আৰু তোৰ ধাৰেই বা মাৰিম কেনেকৈ ? যা তই মোৰ গাড়ী-ঘোঁৰা নিব নালাগে । মোৰ এতিয়াও বাকীৰ দুশমান টকা পাবলৈ আছে । টকাখিনি উঠাব

পাৰিলেই মই নিজে গৈ দিম আহিম। এই বুলি বদ্রিদাস কেঞাক মই মোৰ কাকত-পত্রবোৰ দেখুৱালোঁ। সি ভালদৰে চাই-চিতি হাঁহি এটা মাৰি সেইবোৰ মোৰ গালৈ দলি মাৰি দি ক'লে—বুজিছোঁ। তোৰ মূৰৰ দোষ হৈছে হ'বলা। কোনে তোক দুশ টকা পাবলৈ থকা বুলি কৈছে? যদি দহ টকাও তই উঠাব পাৰ, সেয়েই বহুত। এই-বোৰৰ যদি কেতিয়াবা কিবা মূল্যও আছিল এতিয়া আৰু একো নাই। ই তেনেই বৰবাদ হৈ গ'ল। বাৰু, তই সময় বিচাৰিছ যেতিয়া মই তোক আৰু এমাহৰ সময় দি গ'লোঁ। ঠিক জানিবি, এমাহৰ মূৰত মই আকৌ ওলামহি আৰু সিদিনা মই তোৰ কোনো কেৰজেৰেই নুশুনোঁ। ঘোঁৰাটো আৰু গাড়ীখন নিম বুলিছোঁ যেতিয়া নিমেই।

হুজুৰ, বদ্রিদাস কেঞাৰ এই কথাখিনি শুনাৰেপৰাই, মোৰ মূৰৰ ঘিউ জ্বলিব ধৰিছে, মই শান্তি পোৱা নাই। ইমান কষ্ট, ইমান হাৰা-শাস্তি খাই ঘটা মোৰ সেই ধনবোৰ গ'ল ক'লৈ? কোনে সেইবোৰ ঠগি নিলে? হ'ব পাৰোঁ মই পঢ়া-শুনা নজনা মানুহ, তথাপিতো মোৰ এটা আণ্ডাজ আছে। মই জানো মই কিমান কাৰবাৰ কৰি-ছিলোঁ, কিমান টকা ঘটিছিলোঁ, কাক কিমান বাকী দিছিলোঁ। মই কাকো এনেয়ে খৰি দিয়া নাই। যাকেই দিছিলোঁ তাৰপৰাই হয় টকা নহ'লে 'শ্লিপ' লৈছিলোঁ। সেই শ্লিপৰ কাকত এতিয়াও মোৰ এই বেগত ভৰ্তি হৈ আছে। চ'ক এয়া ইমান গাল কাকত। মই সদায় ইয়াকে খুলিমেলি চাওঁ আৰু হিচাপ কৰি, জাপি-জুপি বেগতে সুমুৱাই থওঁ। কাৰণ এতিয়া ইয়েই একমাত্র মোৰ সম্বল। নগদ যি টকা আছিল সকলো গ'ল। এইবোৰ টকা আদায় কৰিয়েইতো মই চলিব লাগিব!

তথাপি সেই কেঞা, সেই বদ্রিদাস কেঞাই কিয় কয় যে মোৰ এক পইচাও পাবলৈ নাই? মোৰোতো নিজৰ এটা হিচাপ আছে! সেই হিচাপমতে এতিয়াও জানো, মই নগদ পূৰা দুশ টকা মানুহৰপৰা পাব' লাগে। সেই টকাবোৰ গ'ল ক'লৈ? সিতো কলৈকো যাব নোৱাৰে।

হুজুৰ! সেয়ে বদ্রিদাস কেঞাৰ কথা মই সমূলি বিশ্বাস কৰা নাই। সি অতি ধুৰন্ধৰ মানুহ। কোনে জানে সি কি ফন্দী কৰি মোক ঠগিব খুজিছে? সেয়ে হুজুৰ! আপোনাৰ ওচৰলৈ মই এইদৰেই দৌৰি আহিছোঁ। আপুনি মোৰ অতি পুৰণি বন্ধু মানুহ। আপুনি বদ্রিদাস কেঞাতকৈ বেছি লিখা-পঢ়া জানে। আপুনি অফিছত ডাঙৰ চাকৰি কৰে। গতিকে এই কাকতবোৰৰ মূল্য আপুনি বেছি বুজি পাব। আপুনি অনুগ্ৰহ কৰি এবাৰ এই কাকতবোৰ চ'ক। চাই মোক কওক মোৰ হিচাপ ঠিক আছেনে নাই। আপুনি ক'লেই মই অলপ মনত শান্তি পাম। নিশ্চিন্ত হ'ব পাৰিম।

কথাখিনি কৈ, মোৰ কোনো উত্তৰলৈ অপেক্ষা নকৰি গোমৰ সিঙে বেচ উত্তেজিতভাৱেই তাৰ অভাৰকোটটোৰ ভিতৰৰপৰা শতাচ্ছন্ন, টুকুৰা-টুকুৰ, এগাল সৰু কাকত মোৰ সমুখৰ টেবুলখনৰ ওপৰত ঢালি দিলে।

কোনোখন কাকতৰ লগত কোনোখন কাকতৰ মিল নাই। প্ৰত্যেক-খনেই বেলেগ ভংগীমাৰ, আকাৰ আৰু ৰঙৰ; কিন্তু প্ৰত্যেকখনেই ঠিক সেই একেদৰে ভাঁজ কৰি, জাপি-জুপি যতনেৰে থোৱা হৈছে। প্ৰত্যেকখনৰ গাতেই সেই একে সময়ৰ মলিন ধোঁৱা লগা দাগ আৰু উগ্ৰ ধপাতৰ গোন্ধ। বাৰে বাৰে খোলোঁতে-মেলোঁতে ভাঁজবোৰৰ কাণে কাণে কিছু অংশ উৰলি যাবলৈ আৰম্ভ কৰিছে।

তথাপি বেচ যত্নেৰে মই এখন এখনকৈ কাকতবোৰ লৈ মেলি চাবলৈ ধৰিলোঁ।

দেখিলোঁ প্ৰথমখন, অফিছৰ পুৰণি হালধীয়া ফৰ্ম এখনৰ এফালৰ সৰু অংশ! বেচ স্পষ্টকৈ তাৰে ওপৰত ফাউণ্টেন পেনৰ আখৰেৰে ইংৰাজীতে লিখা আছে— Received from Gomor Singh fuel 10 mounds. তলত চহী, মউখাৰৰ কোনোবা খাছীয়ানীৰ। নাম— মণিমাই ৰালাং। তাৰিখ যুদ্ধৰ দিনৰেই। বৰ্তমান মানুহ আছেনে নাই, মোৰ জনাৰ কোনো উপায় নাই।

তাৰ পিছৰ কাকতখন এ-আৰ-পিৰ ছপা, ৰঙা হেণ্ডবিল এখনি। তাৰ এপিঠিত কিছু অপৈণত হাতেৰে বঙালীতে লিখা— অত্ত গুমৰ

সিং্এৰ নিকট হইতে ফোন্দৰ মন লাখড়ী ফাইলাম··· তলৰ চহীটো ভালকৈ পঢ়া নাযায়। কিন্তু কাষতে বহুদিন আগেয়ে উঠি যোৱা বিল-বঙৰ 'শ্ৰীভূমি ষ্টোৰ্চ'ৰ ৰবৰ ষ্ট্যাম্প্‌টো এতিয়াও ভালকৈ ধৰিব পাৰি।

তাৰ পিছৰ কাকতখন বোধকৰোঁ অসমীয়াত লিখা আছিল, কি লিখা আছিল তাৰ এতিয়া অনুমান কৰা সম্পূৰ্ণ টান হৈ পৰিছে। কিয়নো বস্তু বন্ধা বালি-কাকতৰ ওপৰত লিখা, পেন্সিলৰ দাগবোৰ সম্পূৰ্ণ উঠি গৈছে। কেৱল বহু যত্নেৰে চালে তলৰ চহীটোৰ শেষত 'বৰুৱা' এই শব্দটো কোনোমতে পঢ়িব পাৰি যেন লাগে।

এইদৰে চাওঁতে চাওঁতে এখন-দুখনকৈ গোমৰ সিঙৰ বেগৰ শ্লিপৰ কাকত শেষ হৈ আহিবলৈ ধৰিলে।

তাৰ লগতে, তাৰে মাজত ওলাল কেতবোৰ ছিনেমাৰ টিকেট, কোনোবা দিনা বেছ কোৰ্ছ্ৰ ভিতৰলৈ সোমোৱা 'এন্‌ক্লোজা'ৰৰ পাছ, লাবান হস্পিতেলৰ ডাক্তৰে দিয়া "একজিমাৰ" প্ৰেছ্‌ক্ৰিপ্‌শ্যন, বাটাৰ দোকানৰ 'কেছমেমো' আৰু কিবাকিবি সেইলেখীয়া অসংখ্য বস্তু। দেখিলোঁ, সেইবোৰকো গোমৰ সিঙে বেচ জাপি-জুপি শ্লিপৰ কাকতৰ দৰেই শ্লিপৰ কাকতৰ মাজত যতনাই থৈছে।

কি কম, মনে মনে কেৱল তাকেই প্ৰস্তুত কৰিছিলোঁ মাথোন। এনেতে গোমৰ সিঙৰ বেগৰ শেষ কাকত ডুখৰিলৈ মোৰ চকু গ'ল। দেখিলোঁ আন কাকতবোৰতকৈ সেই কাকত ডুখৰি যেন কিছু ডাঙৰ এক্‌ছাৰছাইজ্‌ বহীৰ বোধ কৰোঁ মাজে মাজে ফলা পাত এটি। তাকে চাৰিভাঁজ কৰি জাপি-জুপি সুন্দৰকৈ থোৱা আছে।

খুলি চাই, মই অলপ অবাক হৈ যেন ৰৈ গলোঁ।

ওপৰে-তলে অইন কথা একো লিখা নাই। কোনো চহী বা তাৰিখো নাই। কেৱল কাকত ডোখৰৰ ঠিক মাজতে ছোৱালীৰ গোট গোট ধুনীয়া আখৰেৰে ইংৰাজীতে এই কথাখিনি লিখা আছেঃ

Looking at the sinking ship, Miranda told her father—"Oh! father! why have you raised this cruel storm? I cannot bear to see these people suffer. Please stop this."

অৱস্থাৰ বিসংগতিত, মোৰ ওঁঠৰ ফাঁকেদি বোধকৰোঁ পৰিহাসৰ এটি ক্ষীণ হাঁহি বিৰিঙি ওলাবলৈ বিচাৰিছিল। গোমৰ সিঙে তাকে দেখি উল্লাসত যেন উদ্ভাসিত হৈ উঠি ক'বলৈ ধৰিলে - হুজুৰ! দেখিলেতো, বুজিলেতো, বেটা বদ্রিদাস কেনে বদমাইচ মানুহ। সি কেনে ফাঁকি কৰি মোৰ হাতৰপৰা এই কাকতবোৰ সৰকাই নিবলৈ বিচাৰিছিল। সি কয়, এই কাকতবোৰৰ হেনো কোনো মূল্যই নাই, অৰ্থই নাই। এইবোৰ তেনেই বৰবাদ হৈ যোৱা ফটুৱা কাকত। যদি ই সেইদৰে বৰবাদ হৈ গ'লহেঁতেন, তেনেহ'লে আপুনি এইদৰে হাঁহিলে-হেঁতেন কেলৈ? মই ঠিক জানো আপুনি এইদৰে হাঁহিব বুলি; কিয়নো আপুনি হৈছে লিখা-পঢ়া জনা জ্ঞানী মানুহ। কি বস্তুৰ কি মূল্য আপুনি বুজে। সেয়ে মই কাৰো ওচৰলৈ নগৈ, আজি এইদৰে আপোনাৰ ওচৰলৈ উধাতু খাই লৰি আহিছোঁ। হাঁহক। আপুনি আৰু বেছিকৈ হাঁহক, মই ভাল পাম।

কথাখিনি কৈ, গোমৰ সিঙে নিজেই টেবুলৰ ওপৰত তেতিয়াও সিঁচৰিত হৈ পৰি থকা কাকতৰ টুকুৰাবোৰ সামৰি ল'বলৈ ধৰিলে। ময়ো যতনেৰে সেইবোৰ গোমৰ সিঙৰ হাতৰ ওচৰলৈ আগবঢ়াই দি ক'লোঁ—"গোমৰ সিং! তুমি ঠিকেই ধৰিছা, তুমি কেতিয়াও বদ্রিদাস কেঞাৰ কথা বিশ্বাস কৰিব নালাগে। তাৰ কাৰণে এই কাকতবোৰৰ কোনো মূল্য নাথাকিলেও তোমাৰ কাৰণে এতিয়াও তাৰ অগাধ মূল্য আছে। সেয়ে তুমি এই কাকতবোৰ কাকো দিব নালাগে। তুমি ইয়াৰ-পৰাই দুই-চাৰি পইচা উঠাই, কিছুদিন চলি থাকিব পাৰিবা।

তোমাৰ কাকত-পত্ৰবোৰ বেয়া হোৱা নাই। নামে ধামে মই সকলো-বোৰ মানুহকে চিনি পাইছোঁ; কিন্তু অকল এই কাকতখনে মোক কিছু বিপদত পেলাইছে। ইয়াত কোনো মানুহৰ নাম-ধাম নাই। কোনো খৰিৰ দামৰ কথাও লিখা নাই। কেৱল কোনোবা মিৰাণ্ডাৰ কেইফাঁকি-মান কথা লিখা আছে।"

মই দেখুওৱা কাকতখন গোমৰ সিঙে কিছুপৰ লাৰি-পিটিকি চালে। মিৰাণ্ডা নামটো সি কেবা বেলিও মুখৰ ভিতৰতে উচ্চাৰণ কৰিলে।

তাৰ পিছত, এবেলি আকৌ সেই আগৰদৰেই উল্লাসিত হৈ চিঞৰি উঠিল "হুজুৰ চিন্তা নকৰিব, চিন্তা নকৰিব। আপুনি ধৰিব নোৱাৰিলেও মই ঠিক ধৰিব পাৰিছোঁ। মিৰাণ্ডা—মিৰাণ্ডা বোলা মোৰ কোনো দিনেই গ্ৰাহক নাছিল। সেইখন মিৰাণ্ডাৰ নহয়—নৰেন্দ্ৰৰ—নৰেন্দ্ৰ কম্পাউণ্ডাৰৰ শ্লিপ। আপোনাৰ মনত নাইনে তাহানিৰ বিলবঙত নৰেন্দ্ৰ নামেৰে এজন কম্পাউণ্ডাৰ আছিল। তেওঁ মণিপুৰলৈ গৈ যুদ্ধৰ দিনত বহুত টকা ঘটি আনিছে। এতিয়া তেওঁৰ লাইটুমখ্ৰাত বিৰাট ডাঙৰ এখন ফাৰ্মাচী।"

"ঠিক! ঠিক মোৰ মনত পৰিছে। যুদ্ধৰ আগতে তেওঁ এদিন মোৰপৰা বাৰমোন খৰি নিছিল। এতিয়াও তাৰ দাম দিয়া নাই। নিদিলেও মোৰ সেই টকা মৰা নপৰে। কিয়নো মই জানো মাস্তহজন অতি ভাল মানুহ। এতিয়া তেওঁৰ টকা থ'বলৈ কতো ঠাই নাই।

মই এতিয়াই, এতিয়াই যাম তেওঁৰ ওচৰলৈ

ভাল, আহিলোঁ হুজুৰ। নমস্কাৰ।"

কথাখিনি কৈ, যিদৰে ঠিক হঠাতে ওলাইছিল, ঠিক, সেইদৰেই গোমৰ সিং হঠাতে গুচি গ'লগৈ।

দেখিলোঁ, ৰাতি পুৱাবেপৰা আকাশত যি এটি বৰষুণৰ আয়োজন চলিছিল, এতিয়া তাৰ পূৰ্ণ পয়োভৰ আৰম্ভ হৈছে।

চৌদিশে অতি ক'লা ডাঠ মেঘৰ হাওৰণি। বতাহৰ সোঁ-সোঁৱনিত যেন সৱলৰ চুলিবোৰো ছিগি যাওঁ যাওঁ।

বোধকৰোঁ এই মাত্ৰ মহাশূন্যৰ দুকূল ভাঙি, শাওনৰ বাৰিধাৰা ভাগি পৰিব!

কিন্তু গোমৰ সিঙৰ তালৈ সগ্‌লি ভ্ৰূক্ষেপ নাই। সি যি গৈ আছে, গৈয়েই আছে।

ধুমুহাৰ ক'লা পটভূমিত, গোমৰ সিঙৰ মিলি যোৱা সেই ছবিখনলৈ চাই চাই, মই আকৌ সেই কাকতৰ টুকুৰাবোৰৰ কথাকে ভাবিবলৈ ধৰিলোঁ।

বাৰে বাৰে মনত পৰিল কেৱল সেই একছাৰছাইজ, বহীৰ ক'লা পাতখিলাৰ কথা।

কাৰ ঘৰৰ ছোৱালীয়ে পঢ়িলে ইমান মনোযোগেৰে স্কুলত ছেক্সপিয়েৰৰ 'টেমপেষ্ট'? আৰু লিখিলে ইমান ধুনীয়া আখৰেৰে মিৰাণ্ডাৰ সেই কথা কেইষাৰি? সি কেনেকৈ সোমাল আহি গোমৰ সিঙৰ বেগৰ ভিতৰত খৰিৰ শ্লিপৰ কাকত হৈ?

সঁচাকৈয়ে কি কোনোবাই এদিন শ্লিপৰ কাকত বুলিয়েই সেই কাকত ডুখৰি ভাঁজ কৰি আনি তাৰ হাতত দিছিল? যদি দিছিল কেইমোন বা খৰিৰ দামৰ পৰিবৰ্তে?

সিতো আজি অত বছৰে এই কাকত ডুখৰিত মিৰাণ্ডাৰ সেই কথাবোৰ দেখা নাই। দেখিছে হয়তো তাত তাৰ বাৰমোন বা পোন্ধৰমোন খৰিৰ পাবলগীয়া হিচাপ।

.... বুৰিবলৈ ওলোৱা সেই জাহাজখনি দেখি, মিৰাণ্ডাই উচুপি উচুপি তেওঁৰ দেউতাকক ক'লে—

"হে পিতা! তুমি কেলেই অকাৰণে এই মায়া ধুমুহাৰ সৃষ্টি কৰি যাত্ৰীসহ এই নাওখন বুৰাবলৈ বিচাৰিছা? মই এই নিঃসহায় মানুহবোৰৰ দুখ দেখি আৰু সহ্য কৰিব নোৱৰা হৈছোঁ। অনুগ্ৰহ কৰি তুমি এই ধুমুহা বন্ধ কৰা।..."

সঁচাকৈ, সঁচাকৈ অৱস্থাৰ করুণ ফেৰত পৰি, এই কথাকেইটা আজি কেনে উজ্জ্বল মৰ্মন্তুদ হৈ উঠিছে!

কোন, কোন, এওঁ নতুন মৰমী মিৰাণ্ডা? কাৰ ঘৰৰ ছোৱালী? কেনে ধুনীয়াকৈ কান্দিলে নিমজ্জমান গোমৰ সিঙলৈ চাই অন্তৰালত থাকি, হয়তো বা তেওঁ নিজেও গম নোপোৱাকৈ!

অকল গোমৰ সিঙৰ বাবেই নহয়, যেন এই নিঃসহায়, অজ্ঞ পৃথিৱীৰ মায়া ধুমুহাত বিধ্বস্ত প্ৰায়, সমগ্ৰ মানৱ জাতিৰ বাবেই।

সঁচাকৈ, কলৈ যাব বাৰু বেচেৰা গোমৰ সিং!

সি কি দৰাচলতে ওলাবগৈ নৰেন্দ্ৰ কম্পাউণ্ডাৰৰ ঘৰত?— আৰু খুজিবগৈ তাৰ বাৰমোন খৰিৰ দাম সেই কাকত ডুখৰিকে দেখুৱাই?

# হাতী

হোমেন বৰগোহাঞি

আহাৰ মাহৰ গধূলি পৰত বলোৰাম বুঢ়াই খালী গাৰে গধূলিৰ জুৰ বতাহ লৈ পিৰালিতে জুপুকা মাৰি বহি আছিল। বুঢ়াৰ বয়স চাৰিকুৰি পাৰ হৈ গৈছে, চকু-কাণৰ শক্তি কমি আহিছে। কিবা এষাৰ কথা ক'ব লগা হ'লে কাণৰ কাষত চিঞৰি ক'লেহে তেওঁ শুনে। সেই কাৰণে নিতান্ত দৰ্কাৰ নহ'লে কোনেও তেওঁৰ লগত কথা নাপাতে। বুঢ়াই সেই কাৰণে মনে মনে নিজকে ৰৰ অৱহেলিত যেন অনুভৱ কৰে। তেওঁৰ মুখত সকলো সময়তে এটা অভিমানৰ ভাব লাগিয়েই থাকে। গধূলিৰ এন্ধাৰত গছৰ মূঢ়া এটাৰদৰে নিঠৰ হৈ বুঢ়াক বহি থকা দেখি ডাঙৰজনী বোৱাৰীয়েকৰ বোধহয় অলপ বেয়া লাগিল; ওচৰলৈ আহি তাই মাত লগালে— 'দেউতা ৰাতি হ'ল, ভিতৰলৈনো সোমাই নাহে কিয়?' বোৱাৰীয়েকে কি কৈছে বুঢ়াই ভালকৈ তৰ্কিবই নোৱাৰিলে, তেওঁ ভেকাহি মাৰি চিঞৰি উঠিল— 'কিনো কাণৰ কাষত চিঞৰি কথা কৰ অ'। মোক কলা বুলি ভাবিছ নেকি?'

তেওঁ যে সিমান কলা নহয় হাতে হাতেই তাৰ প্ৰমাণ ওলাল। হঠাৎ তেওঁ মাত লগাই উঠিল— 'কোন অ' সেইটো? ৰাতিয়া নেকি?'

গধূলিৰ এন্ধাৰত বোৱাৰীয়েকেই ৰাতিয়াক ভালকৈ মনিব পৰা নাছিল। কিন্তু বুঢ়াই তাৰ খোজৰ শব্দতেই তাক চিনি পাইছে। কাণৰ কাষত ঢোল বজাই থাকিলেও নুশুনা বুঢ়াই ৰাতিয়াৰ ভৰিৰ খোজটোৰো কেনেকৈ গম পায়, সেই কথা ঘৰ-ঘৰোৱাহৰ কাৰণেই পৰম বিস্ময়।

বুঢ়াৰ কোনো প্ৰশ্নৰ উত্তৰ দিয়া ৰাতিয়াৰ স্বভাৱ নহয়। তেওঁৰ গাৰ কাষেদিয়ে সি গম গমকৈ ভিতৰলৈ সোমাই গ'ল।

ৰাতিয়াৰ হৈ বুঢ়াৰ প্ৰশ্নৰ উত্তৰ দিয়ে বাপধনে নিজে। শুঁৰডাল মেলি সি বুঢ়াৰ কপালখন স্পৰ্শ কৰিলে। বাপধনৰ সেই চিৰপৰিচিত স্নেহস্পৰ্শত বুঢ়াৰ কংকাল-সাৰ দেহটো ভৰিৰপৰা মূৰলৈকে এটা অদ্ভুত আবেগত শিহঁৰিত হৈ উঠিল। হেৰোৱা মাণিক বিচাৰি পোৱাৰদৰে খপকৰে বাপধনৰ শুঁৰ-ডালত ধৰি তেওঁ পৰম আবেগেৰে হাত বুলাবলৈ ধৰিলে, যেন বহুদিনৰ মূৰত ঘৰলৈ ঘূৰি অহা পুতেক এটাকহে তেওঁ আদৰ কৰিছে। বোৱা-ৰীয়েকে বুজিলে যে বুঢ়াৰ আৰু সোনকালে ভিতৰলৈ সোমাই যোৱাৰ আশা নাই, কাৰণ এতিয়া তেওঁ আৰম্ভ কৰিব বাপধনৰ লগত নানা সুখ-দুখৰ কথা-বাৰ্তা। কৌতুকৰ হাঁহি এটা মাৰি তাই ভিতৰলৈ সোমাই গ'ল। বুঢ়াই বাপধনৰ শুঁৰত হাত বুলাই বুলাই ক'বলৈ ধৰিলে — 'ইস্ ইস্, তোৰ গাত এইবোৰ ঘা লাগিল কেনেকৈ? ৰাতিয়াটো কম পাষণ্ড নহয়। সি নিশ্চয় তোক ক'ৰবাৰ কাঁইটীয়া জংঘলত সুমুৱাই দিছিলগৈ। তাক মই ইমানকৈ কৈছোঁ— বাপধনৰ গাটো বৰ ভাল নহয়— এই কেইদিন তাক জংঘললৈ নিব নালাগে; নাই, সি মোৰ কথাক কথা বুলিয়েই কাণ নকৰে। ইহঁত গোটেইমখাৰে একে ষড়যন্ত্ৰ। এনেকুৱা নিমখ-হাৰামী মানুহ আৰু মই দেখা নাই! ···বাবু, বাবু, অ' মোৰ বাপধন···।'

বুঢ়াৰ মুখৰ কথা বন্ধ হৈ আহিল, কিন্তু হাতৰ স্পৰ্শৰ বাণীহীন ভাষাৰে আৰু বহুত সময় ধৰি বাপধনৰ লগত তেওঁৰ কথা-বাৰ্তা চলি থাকিবলৈ ধৰিলে।

অলপ পিছতে হেড্‌লাইটৰ তীব্ৰ পোহৰত গোটেই চোতালখন আলোকিত কৰি বিশাল মটৰ গাড়ী এখন ঘৰৰ দুৱাৰ মুখত আহি থিয় হ'ল। এন্ধাৰত নিবিড় মিলন-সম্ভাষণত মগ্ন অৱস্থাত হাতে হাতে ধৰা পৰি যোৱা প্ৰণয়ী যুগলৰদৰে বুঢ়া আৰু বাপধন দুয়ো অতি সংকুচিত দৃষ্টিৰে মটৰখনলৈ ঘূৰি চালে, তাৰ পাছত যেন কিংকৰ্তব্যবিমূঢ় হৈ দুয়ো আড়ষ্ট হৈ ৰ'ল। মটৰৰ হেড্‌-লাইট নুমাই গ'ল। গাড়ীৰপৰা নামি আহিল বৰমইনা, অৰ্থাৎ বুঢ়াৰ ডাঙৰটো পুতেক। চোতালত থিয় দিয়েই তেওঁ ড্ৰাইভাৰক হুকুম দিলে — 'হৰিচৰণ, গাড়ীখন চাফা নকৰাকৈ তই

পলাই নাযাবি কিন্তু। বহুত বোকা লাগি আহিছে। উঃ কি জঘন্য ৰাস্তা! এনেবুলি জনা হ'লে কেতিয়াও গাড়ীখন নিনিলোহেঁতেন।' ড্ৰাইভাৰৰ উদ্দেশ্যে কথাখিনি কৈ ৰবমইনাই পিৰালিলৈ উঠি আহি বাপেকৰ কাষত খন্তেক থিয় হ'ল। এন্ধাৰত বুঢ়াই পুতেকৰ মুখখন নেদেখিলে, দেখা হ'লে ৰবমইনাৰ মুখৰ কঠিন বিদ্ৰূপৰ হাঁহিটো দেখি তেওঁৰ তেজ গৰম হৈ গ'লহেঁতেন। তেওঁ এতিয়াও বাপধনৰ শুঁৰডাল হাতেৰে ধৰি আছিল। হঠাৎ তেওঁ অনুভৱ কৰিলে, ৰবমইনাৰ উপস্থিতিত বাপধনৰ গোটেই শৰীৰ যেন সংকুচিত হৈ উঠিছে। তাৰ প্ৰতি ব্যথা আৰু সহানুভূতিত বুঢ়াৰ হৃদয় বিগলিত হৈ পৰিল। বাপধনক যে ৰবমইনাহঁতে কিমান তাচ্ছিল্য আৰু অনুকম্পাৰ চকুৰে চায়, সেই কথাও সি যেন লাহে লাহে বুজি পোৱা হৈছে। অন্তৰৰ সমস্ত আবেগ আৰু মমতা ঢালি দি তেওঁ পুনৰ বাপধনৰ শুঁৰত হাত বুলাবলৈ ধৰিলে।

ৰবমইনাই বাপেক আৰু বাপধনৰ প্ৰণয়-লীলা উপভোগ কৰি কিছু সময় নিৰৱ হৈ ৰ'ল। তাৰ পাছত সি হঠাৎ মাত লগালে— 'পিতা, সংসাৰত বহুত ধৰণৰ পাগল আছে। কিন্তু এটা জানোৱাৰৰ কাৰণে যে মানুহ কিমান পাগল হ'ব পাৰে তোমাক নেদেখিলে সেই কথা কোনেও বিশ্বাস নকৰিব। তোমাক আৰু এসপ্তাহ সময় দিলোঁ, এই কেইদিনতে যিমান পাৰা বাপধনক মৰম কৰি লোৱা। পাছত আৰু কিন্তু— '

ৰবমইনাই মুখৰ কথাষাৰ শেষ কৰিবলৈ নাপালেই, প্ৰচণ্ড খঙত বুঢ়াই গৰ্জি উঠিল—'তাৰ পাছত, তাৰ পাছত কি হ'ব ? নকৱ কিয় তাৰ পাছত কি হ'ব ?'

চকুৰে নেদেখিলেও ৰবমইনাই স্পষ্ট অনুভৱ কৰিলে যে খঙত বাপেকৰ গোটেই গাটো ঠক্‌ঠক্‌কৈ কঁপিব লাগিছে। তেওঁৰ আৰু খং তোলা উচিত হ'বনে নহয় মনে মনে সেই কথা তেওঁ অলপ সময় চিন্তা কৰিলে। তাৰ পাছত তেওঁ আগতকৈ ধীৰভাৱে মাত লগালে— 'আৰু এসপ্তাহৰ পাছত হয় হাতীটো বিক্ৰী কৰিব লাগিব, নহয় তাক কাম কৰিবলৈ শদিয়ালৈ পঠাব লাগিব। এই দুটাৰ ভিতৰত তোমাৰ যিটোকে পচন্দ হয় তাকে কৰিম। মই সকলো বন্দৱস্ত শেষ কৰিছোঁ।'

কথাষাৰ কৈয়েই বুঢ়াৰ উত্তৰলৈ বাট নাচাই বৰমইনা ভিতৰলৈ সোমাই গ'ল।

একমুহূৰ্তমান সময় বুঢ়া স্তব্ধ হৈ বহি ৰ'ল। তাৰ পাছত গোটেই ঘৰখন থৰহৰি কম্পমান কৰি তেওঁ গৰ্জি উঠিল— 'কি ক'লি? কি ক'লি পাষণ্ড? বাপধনক তই বিক্ৰী কৰিবি, নহ'লে শদিয়াত কাঠ টানিবলৈ পঠাবি? মই মৰিলোঁ বুলি ভাবিছ নেকি? হে ভগৱান, এই নৰাধম-কেইটাৰ গাত কি ভূতে লম্ভিছে এনেকৈ? গাঁৱে গাঁৱে পকা-ৰাস্তা হৈ মটৰ দৌৰাবলৈ পাই তহঁতৰ চকুত বাপধনৰ একো মূল্য নাইকিয়া হ'ল। ৰাজ্যৰ মানুহে জানে—বাপধনেই মেধিৰ ঘৰৰ লক্ষ্মী, বাপধন আহি ঘৰ সোমাবৰ দিনাৰপৰাই মেধিৰ ঘৰৰ কপাল ফুলিছে, আজি সেই বাপধন তহঁতৰ চকুত ভতুৱা কুকুৰতকৈও হীন হ'ল? সি ঘৰলৈ আহিলে মই তাক অলপ মৰম কৰোঁ, তাকে দেখি সিহঁতৰ কিমান ঠাট্টা-মস্কৰা। তয়ো দেখোন ঘৰলৈ আহি প্ৰথমে তোৰ মটৰ গাড়ীখনৰ হাত-ভৰি ধোৱাৰহে খবৰ লৱ। জীৱ লগা বস্তু এটাতকৈ সেই কল-কব্জাবোৰেই তহঁতৰ মানত দেৱতা হ'ল? ডেকা তেজৰ কোবত ওভতগোৰে নাচি তহঁতে আজি বাপধনক মূল্য দিব নোখোজ? নালাগে দিব। কিন্তু সেই-বুলি তাক বেচিবলৈ বা কুলী কামত লগাবলৈ তহঁতৰ কি এক্তিয়াৰ আছে? সাৱধান, মই নমৰালৈকে সেই কথা নহ'ব।'

আৰু বহুত সময় ধৰি বুঢ়াই পুতেকহঁতৰ উদ্দেশ্যে নানা সাৱধান বাণী শুনাই থাকিবলৈ ধৰিলে।

বাপধনক কেন্দ্ৰ কৰি বাপেক-পুতেকৰ এই কাজিয়া আজি কিছু-দিনৰপৰা বলোৰাম বুঢ়াৰ ঘৰত নিত্য-নৈমিত্তিক ঘটনাত পৰিণত হৈছে। কাজিয়াৰ কাৰণটো ক'বলৈ গ'লে অতি সামান্য। বলোৰাম বুঢ়াৰ ডেকা বয়সত, অৰ্থাৎ আজিৰপৰা প্ৰায় তিনিকুৰি বছৰৰ আগতে আজিকালিৰ দৰে আলি-পদূলিও নাছিল, মটৰ গাড়ীও নাছিল। একমাত্ৰ হাতী-ঘোঁৰাই সেই সময়ত গাঁৱে-ভূঞে অভিজাত বাহন বুলি বিবেচিত হৈছিল। বলোৰাম মেধি যেতিয়া পঁচিশ বছৰীয়া চফল ডেকা, সেই সময়তে তেওঁ হঠাৎ এদিন আৱিষ্কাৰ কৰিলে যে ধনে-ধানে, মাটিয়ে-বাৰীয়ে তেওঁৰ ঘৰৰ

অৱস্থা মৌজাখনৰ ভিতৰতে জাকত জিলিকা হৈ পৰিছে। এই সময়তে ঘৰৰ পদূলি মুখত দঁতাল হাতী এটা বান্ধিব পাৰিলেই তেওঁৰ আভি-জাত্যৰ গৰিমা ষোলকলা পূৰ্ণ হয়। কথাষাৰ মনত উদয় হোৱাৰ লগে লগেই চাৰিকুঠলীয়া ভঁৰাল এটা বিক্ৰী কৰি তেওঁ হাতী এটা কিনি আনিলে আৰু আদৰতে তাৰ নাম থ'লে বাপধন। সেইদিন ধৰি বাপধনে তেওঁৰ হৃদয়ত ব্ৰহ্মপুত্ৰৰ দৰেই এখন আসন পাই আহিছে, কাৰণ সিটো কেৱল এটা হাতী নহয়, কেৱল এটা অভিজাত বাহনো নহয়, সি যে তেওঁৰ জীৱনৰ সাফল্যৰ প্ৰতীক। বাপধনক তেওঁ কোনোদিন ভাৰবাহী পশু হিচাপে ব্যৱহাৰ কৰা নাই, তেওঁৰ কাৰণে সি সংসাৰৰ এটা মহা-মূল্য অলংকাৰ। এবাৰ জিলাৰ ইংৰাজ বৰচাহাব মৌজালৈ আহিব লগা হোৱাত তেওঁক আদৰি আনিবলৈ এটা দেখনীয়াৰ হাতীৰ দৰকাৰ হ'ল। মৌজাখনৰ পাঁচটা হাতীৰ ভিতৰত বাছি বাছি বাপধনকেই ঠিক কৰা হ'ল। বৰচাহাবে বাপধনত উঠি মৌজা চফৰ কৰি যাবৰ সময়ত বলোৰাম মেধিৰ আগত বাপধনৰ কি প্ৰশংসা কৰি গৈছিল, সেইকথা মনত পৰিলে বুঢ়াৰ হৃদয় আজিও ৰোমাঞ্চিত হৈ উঠে। শতুৰুৰ মুখত ছাই দি বাপধনে সেইদিনা তেওঁৰ ঘৰলৈ আনি দিছিল অভাৱনীয় প্ৰতিপত্তি আৰু সন্মান, কাৰণ এই কথা সকলোৱেই জানে— 'ৰজাই ভাল দেখে যাক, ভেটি-ভাৰো নালাগে তাক।' লাহে লাহে বলোৰাম মেধিৰ ঘৰৰ অৱস্থা দোপতদোপে আৰু উন্নত হ'বলৈ ধৰিলে, সাতোটা পুত্ৰ সন্তান আৰু কন্যাৰে ঘৰ ভৰি পৰিল, জিলাৰ ডা-ডাঙৰীয়া আৰু হাকিম-বিষয়া আহিলে বুঢ়াৰ ঘৰতে আলহী থকা হ'ল— এইবোৰ দেখি-শুনি মানুহে ক'বলৈ ধৰিলে আৰু বলোৰামৰো বিশ্বাস হ'বলৈ ধৰিলে যে বাপধনৰ যহতেই এই সকলোবোৰ হৈছে। বাপধন বলোৰাম মেধিৰ ঘৰৰ লক্ষ্মী। বাপধনক তেওঁ নয়নৰ মণি যেন জ্ঞান কৰিবলৈ ধৰিলে। নিজে সদায় আগত থাকি তেওঁ তাৰ গা ধুৱাই দিয়ে, যত্ন কৰি আহাৰ খুৱায়, গধূলি সি ঘৰত সোমোৱাৰ লগে লগে তেওঁ এনেকৈ তাৰ গা-মূৰ পিটিকি আদৰ কৰি কথা পাতে যে মানুহে শুনিলে ভাবিব— বহুতদিন ধৰি হেৰোৱা পুতেক এটাকহে যেন ঘূৰাই পাইছে।

আচলতে এটা পুতেকতকৈ বাপধনৰ মূল্য তেওঁৰ চকুত কোনোগুণে কম নহয়, কাৰণ সিটো কেৱল এটা হাতী নহয়, সি যে তেওঁৰ জীৱনৰ সাফল্যৰ প্ৰতীক।

ধনী মহাজন আৰু খেতিয়কৰ ঘৰৰ ল'ৰা ৰবমইনাহঁত ডাঙৰ হৈ হ'ল আৰু বেছি ধনী ঠিকাদাৰ আৰু ব্যৱসায়ী। হঠাৎ এদিন সিহঁতে আৱিষ্কাৰ কৰিলে যে ব্যৱসায়-বাণিজ্য, ক্ষমতা-প্ৰতিপত্তি সকলো বিষয়তে সিহঁত চাৰিটা মৌজাৰ ভিতৰতে জাকত-জিলিকা মানুহ হৈ উঠিছে; এতিয়া পদূলি মুখৰ গেৰেজত মটৰ এখন থিয় কৰাব পাৰিলেই সিহঁতৰ আভিজাত্যৰ গৰিমা ষোল কলা পূৰ্ণ হয়। আজিকালিৰ দিনত মানুহৰ হাজাৰ টকা-পইচা নাথাকক, মটৰ গাড়ী এখন নহ'লে কোনেও কাকো আচল ধনী বুলি গণ্য নকৰে। মটৰ কিনিবৰ জোখাৰে বেংকত সিহঁতৰ যথেষ্ট টকা-পইচা আছে; কিন্তু নতুন যুগৰ দীক্ষা হিচাপ-পটুতাৰে সিহঁতে ভাবি পালে যে হাতীটো বিক্ৰী কৰিওতো কেইহাজাৰ-মান টকা উলিয়াব পাৰি; আজিৰ এই মটৰ গাড়ীৰ যুগত তাৰতো কোনো ব্যাৱহাৰিক প্ৰয়োজন নায়েই, আভিজাত্যৰ প্ৰতীক হিচাপেও সি পুৰণিকলীয়া আৰু মূল্যহীন। আটাইকেইটা ভাই-ককায়ে এই কথা আলচ কৰি খুব সহজভাৱে বাপেকৰ আগত কথাষাৰ উলিয়ালে। কথাষাৰ কাণত পৰা মাত্ৰে পুতেকহঁতক হতবাক কৰি দি বুঢ়াই ভীষণ উত্তেজিত হৈ চিঞৰি উঠিল—'কি ক'লি! বাপধনক বেচি মটৰ কিনিব খোজ? কি ক'লি? আৰু এবাৰ কচোন!'

আজিকালিৰ যুগত খাপ নোখোৱা, বহি বহি ঘৰৰ অন্ন ধ্বংস কৰা সামান্য হাতী এটা বেচাৰ কথাত বাপেকৰ ইমান উত্তেজিত হ'বৰ কাৰণ কি সেই কথা ভাবি ডেকা পুতেককেইটা একেবাৰে বিমূঢ় হৈ পৰিল। কিন্তু ক্ৰোধত ৰক্তবৰ্ণ বাপেকৰ মুখখন দেখি সিহঁতৰ আৰু বেছি কথা ক'বলৈ সাহস নহ'ল। তাৰ পিছদিনাই বেংকৰ টকা উলিয়াই সিহঁতে কিনি আনিলে এখন সুদৃশ্য এম্বেছেডৰ গাড়ী। ভূমিকম্পত হঠাৎ এডোখৰ ভূখণ্ড ওপৰলৈ উঠি আহি পাহাৰ বা টিলা সৃষ্টি হোৱাৰদৰে এম্বেছে-

ডৰৰ স্পৰ্ধিত ধ্বনি উদ্‌গীৰণত মেধিৰ ঘৰ হঠাৎ ওপৰলৈ উঠি আহি পৰিণত হ'ল সমাজৰ নতুন শিৰফুটা অভিজাত উচ্চ বংশত।

মটৰ গাড়ী হোৱাত বলোৰাম বুঢ়া যে অসন্তুষ্ট হ'ল সেই কথা নহয়, বৰং ঘৰৰ আন সকলোৰে লগত তেৱোঁ বেছ সুখীয়েই হ'ল। নিজৰ সন্তানৰ উন্নতি দেখিলে কাৰ ভাল নালাগে? তাতে মটৰ গাড়ী-খন বেছ কামৰ বস্তু। এদিনৰ বাট এঘণ্টাতে যাব পাৰি। কিন্তু হাজাৰ হওক, বুঢ়াৰ চকুত মটৰ গাড়ী এটা প্ৰয়োজনৰ আহিলা মাত্ৰ। কিন্তু বাপধন? সি যে তেওঁৰ জীৱনৰ সংগী। সি তেওঁৰ সুদীৰ্ঘ অতীতৰ স্মৃতি-বিজড়িত এটা প্ৰতীক। সি মেধিৰ ঘৰৰ লক্ষ্মী। এশখন মটৰগাড়ী আহক তেওঁৰ আপত্তি নাই, কিন্তু বাপধনৰ লগত মটৰ গাড়ীৰ তুলনা অসম্ভৱ। এইখন ঘৰত তাৰ আসনেই সুকীয়া।

বুঢ়াই কিন্তু এই কথাও অনুভৱ নকৰাকৈ নাথাকিল যে বাপধনৰ বিষয়ে তেওঁ যিয়েই নাভাবক, ঘৰখনৰ বাকী মানুহৰ চকুত বাপধনৰ আগৰ মূল্য আৰু নাই। আনকি বাহিৰা মানুহেও আগৰদৰে ডা-ডাঙৰীয়া বা হাকিম-বিষয়াক আদৰি আনিবলৈ বাপধনৰ খবৰ নকৰে, বৰমইনাৰ মটৰখনেহে সকলো কথাতে আগ ঠাই পায়। বাপধনৰ খবৰ কৰে কেৱল কাঠৰ ঠিকাদাৰে। এইবোৰ দেখি-শুনি বাপধনৰ প্ৰতি বুঢ়াৰ মমতা বাঢ়ি যায়। তেওঁ অনুভৱ কৰে—এইখন ঘৰত তেওঁ যেনেকৈ লাহে লাহে অৱহেলিত হৈ আহিছে, বাপধনো ঠিক সমানেই অৱহেলিত। সগৰ্বে মূৰ তুলি ৰাজোচিত মহিমাৰে ঘূৰি ফুৰা বাপধনৰ মুখত তেওঁ আজিকালি দেখা পায় এটা সংকোচপীড়িত লজ্জা আৰু অভিমানৰ ছায়া। তাকে দেখি তেওঁৰ মনটোৱে কিবা এটা অবুজ বেদনাত হাহাকাৰ কৰি উঠে। কিন্তু সেই বেদনাৰ কথা শুনাবলৈকো বুঢ়াই ঘৰে-পৰে এটা মানুহ বিচাৰি নাপায়। নতুন পৃথিৱীখন বুঢ়া আৰু বাপধনৰ কাৰণে ইমানেই অপৰিচিত আৰু অনাত্মীয়।

বুঢ়াই যিমানেই বাপধনক আকুলভাৱে সাৱটি ধৰিলে, সিমানেই তাৰ প্ৰতি বৰমইনাহঁতৰ আক্ৰোশ বাঢ়ি গ'ল। যি বাপধনক বলোৰাম

মেধিয়ে ঘৰখনৰ গৰ্বৰ ধন হিচাপে গণ্য কৰিছিল, সেই বাপধনক লৈ গৰ্ব কৰা দূৰৰ কথা, আনকি সি পদূলিত থিয় হৈ থকাটোকে ৰবমইনা-হঁতে লাজৰ কথা বুলিহে ভাবিবলৈ ধৰিলে। তাক কেনেকৈ সৰবপৰা দূৰ কৰা যায়, সেই কথা চিন্তা কৰি সিহঁতে এদিন গমি পালে যে কাঠৰ ঠিকাদাৰক হাতীটো ভাৰালৈ দিলে মাহে মাহে কেবাশকৈ টকাও পোৱা যাব আৰু হাতীটোকো কামত খটাই দৰত বাখিব পৰা যাব। সিহঁতৰ অতি হিচাপী দৃষ্টিত প্ৰকাণ্ড হাতী এটা বহি থকাৰ দৃশ্য একেবাৰে অসহ্য হৈ পৰিছিল। সিহঁতে ভাবিলে যে হাতীটো বিক্ৰী কৰাতহে বাপেকৰ আপত্তি, ঠিকাদাৰক ভাৰালৈ দিয়াত নিশ্চয় আপত্তিৰ কোনো কাৰণ নাথাকিব!

বুঢ়াৰ কাণত কথাষাৰ পৰিল কি নপৰিল, সৰখনত তেওঁ এটা প্ৰলয় কাণ্ডৰ সৃষ্টি কৰি পেলালে — 'বাপধনে কাঠ টনা কুলীৰ কাম কৰিব? হে হৰি, কি কথাবোৰ শুনিবলৈ মই ইমান দিন জীয়াই থাকিলোঁ। হেৰ! তহঁতৰ হৈছে কি? বাপধনে তহঁতৰ কাৰ মূৰত উঠি খাইছে যে তহঁতে তাৰ পাছত ইমানকৈ লাগিছ? আজিৰপৰা যদি মই পুনৰ এনে কথা শুনো, ঠিক কৈছোঁ, মই ঘৰত জুই লগাই দিম, মই··· মই কিবা কৰি পেলাম।'

ৰবমইনাহঁত এইবাৰ আচলতেই বিৰক্ত হ'ল। তাতোকৈ বহুগুণে বেছি হ'ল বিস্মিত। বুঢ়াই কি বুলি ভাবে সেই জানোৱাৰটোক? সি পশু; পশুৰ কাম কৰিব। তাতে বুঢ়াৰ ইমান আপত্তি কিয়? সিহঁতৰ বিচাৰ-বুদ্ধিৰে, সিহঁতৰ দৃষ্টিভংগীৰে এই প্ৰশ্নৰ একো উত্তৰেই সিহঁতে ভাবি উলিয়াব নোৱাৰিলে। ফলত এইবাৰ সিহঁতৰো জিদ বাঢ়ি গ'ল। প্ৰত্যেকদিনেই একোবাৰকৈ সিহঁতে বাপেকৰ আগত কথাষাৰ উলিয়াবলৈ ধৰিলে।

বাপধনক কেন্দ্ৰ কৰি বাপেক-পুতেকৰ এই কাজিয়া বলোৱাম মেধিৰ ঘৰত এটা নিত্য-নৈমিত্তিক ঘটনাত পৰিণত হ'ল।

এই কাজিয়া হয়তো বুঢ়া মৰবালৈকে চলিয়েই থাকিলহেঁতেন; কিন্তু

তাৰ আগতেই এটা ঘটনাৰ ফলত অতি অপ্ৰত্যাশিতভাৱে কাজিয়াখনৰ সমাপ্তি ঘটিল।

ঘটনাটো ঘটিল বুঢ়াৰ সৰু পুতেকৰ বিয়া উপলক্ষে।

গাঁৱৰ বিয়া-বাৰুত সম্ভ্ৰান্ত মানুহৰ ঘৰত দৰাই কন্যাঘৰলৈ হাতীত উঠি যোৱাটোৱেই প্ৰচলিত নিয়ম। অপেক্ষাকৃত দুখীয়া মানুহবোৱেও বিয়াৰ শোভাযাত্ৰাত হাতী এটা নিব পৰাটো গৌৰৱৰ কথা বুলি ভাবে। বলোৰাম বুঢ়াৰ ঘৰত বহুতো বিয়া হৈ গৈছে। সেই সকলো বিয়াতে হাতী মাত্ৰ এটা নহয়, দহ-বাৰটা হাতীৰ সমদল চলে, আৰু সেই সমদলৰ নেতৃত্ব কৰে বাপধনে।

কণমইনাৰ বিয়াৰ কাৰণে এমাহৰ আগৰেপৰাই বিপুল আয়োজন চলিছে। বুঢ়াৰ কৰিবলৈ একো কাম নাই, বিয়াৰ আড়ম্বৰখিনি যাতে নিখুঁত হয় তেওঁ কেৱল তাৰেই চকু ৰাখিছে। তেওঁৰ জীৱনকালত ঘৰখনত এইখনেই শেষ বিয়া। এই বিয়াখন অতি সুকলমে আৰু আড়ম্বৰেৰে শেষ কৰিব পাৰিলেই তেওঁৰ মনৰ সকলো কামনা পূৰ্ণ হয়। বিয়াৰ এসপ্তাহৰ আগতে তেওঁ বৰমইনাক ওচৰলৈ মাতি আনি সুধিলে—'বিয়াৰ কাৰণে হাতীবোৰ বন্দৱস্ত কৰা হ'ল জানো?'

বৰমনাই আচৰিত হৈ ঘূৰাই প্ৰশ্ন কৰিলে—'হাতী? হাতী কিয় লাগে?'

বৰমইনাৰ গাত দোষ নাই। পৃথিৱীখন ইমান দ্ৰুত গতিৰে সলনি হৈ গৈছে যে কালি যিটো কথা আছিল অতি স্বাভাৱিক আৰু জীৱনৰ কাৰণে অপৰিহাৰ্য্য, আজি সিয়েই হয়তো কেৱল উপহাস আৰু কৌতূহলৰ বস্তু। বুঢ়াৰ দ্বিতীয়বাৰৰ প্ৰশ্নত বৰমইনাই আচল কথাষাৰ বুজি পালে আৰু হাঁহি উত্তৰ দিলে—'হাতী কিয় লাগে পিতা, এইবাৰতো আমি দহ-বাৰখন মটৰ গাড়ী বন্দবস্ত কৰিছোঁ। দৰা যাব ঘৰৰ ফাৰ্ষ্টক্লাছখনত।'

বুঢ়াই পুতেকৰ কথা বুজিবলৈ অলপ সময় ল'লে। তাৰ পিছত মূৰ জোকাৰি পুনৰ তেওঁ মাত লগালে—'গাড়ী বন্দৱস্ত কৰিছ কৰ বাৰু! কিন্তু দৰা যাব লাগিব বাপধনত উঠি। বাপধন নোহোৱাকৈ এইখন ঘৰৰ এখনো বিয়া হোৱা নাই, এই শেষ বিয়াখনো সি নোহোৱাকৈ হ'ব নোৱাৰে। ইয়াৰ পাছত তহঁতে যি কৰ কৰি থাকিবি।'

